# কৃষ্ণকান্ত সন্দিকৈ

[ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য, সংস্কৃত, পালি আৰু প্ৰাকৃতৰ খ্যাতনামা ভাৰতীয় পণ্ডিত আৰু ভাষাতাত্ত্বিক শ্ৰীকৃষ্ণকান্ত সন্দিকৈ এম-এ, ডি-লিট ডাঙৰীয়াৰ জীৱন-চৰিত আৰু তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থকেইখনৰ সমালোচনাত্মক অধ্যয়ন। ]

* * * * *

মে—১৯৭৫

* * * * *

প্ৰসঙ্গ-কোষ, সংমিশ্ৰণত অসমীয়া সংস্কৃতি, বিদেশত ছুদিনমান, নতুন সুৰ, সাহিত্যিকা, সম্প্ৰীতিৰ চানেকী, অসমীয়া সাহিত্যত বিবিধ আলোচনা, সৌভাগ্য পৰশমণি, বাহাদুৰ গাওঁবুঢ়া, ডঃ জাকিৰ হুচেইন আদিৰ লেখক

আব্দুছ ছাত্তাৰ

প্ৰণীত



"Krishna Kanta Handiqui" A Biographical study of Professor Sri Krishna Kanta Handiqui, M. A, ( Cal et oxon ), the well-known Sanskritist & Linguist of India and Ex-Vice-chancellor of Gauhati University with a critical study of his learned works by Abdus Sattar, M. A., Principal, Basic training centre, Chabua—Assam—published by Salek Ahmed, B. A., Granthapeeth, Jorhat—Assam, May 1975.

প্ৰকাশক : চালেক আহমদ

গ্ৰন্থপীঠ

এ. টি. ৰোড

যোৰহাট - ১

প্ৰথম প্ৰকাশ—১৯৭৫ চন ( মে মাহ

দাম—১৫'০০ টকা

মুদ্ৰক :

অৰুণকুমাৰ চট্টোপাধ্যায়

জ্ঞানোদয় প্ৰেছ

১৭ হায়াৎ খান লেন

কলিকতা ৭০০০০৯

# সূচীপত্ৰ

ব্যক্তিত্বত যি জন সুগম্ভীৰ, চৰিত্ৰ যাৰ সুনিৰ্মল, আদৰ্শ যাৰ জ্ঞান-সাধনা, প্ৰচাৰ বিমুখতা যি জনৰ জীৱনৰে বৈশিষ্ট্য, মতত যি জন সুদৃঢ়, জ্ঞান-লিপ্সা যাৰ অপূৰণীয় আৰু অতুলনীয়, যি জন পণ্ডিতৰ সমালোচনা স্পষ্ট আৰু বিচাৰ-প্ৰণালী যুক্তিসঙ্গত, অনুসন্ধিৎসা যি জনৰ জীৱনৰে ব্ৰত, অধ্যয়ন যাৰ মনৰ খোৰাক, পাৰ্থিৱ খ্যাতিৰ প্ৰতি যি জন অনাসক্ত, সেইজন অসাধাৰণ গৱেষক ব্যক্তিয়েই হৈছে——কৃষ্ণকান্ত সন্দিকৈ।



৭৫ বছৰ বয়সত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া



উপাচাৰ্য্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈ—১৯৪৭



সন্দিকৈৰ বন্ধু ডঃ আদিনাথ নেমিনাথ উপাধ্যে



পেৰিচত শ্ৰীকৃষ্ণকান্ত সন্দিকৈ—১৯২৬

# কৃষ্ণকান্ত সন্দিকৈ

## ১
## পৰিচয়

এইখন এজন পণ্ডিতৰ জীৱন-চৰিত। সেইজন পণ্ডিত হৈছে— কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া। তেওঁ পালি-প্ৰাকৃত আৰু সংস্কৃতৰে যে এগৰাকী বিদগ্ধ পণ্ডিত এনে নহয়, তেওঁ হৈছে পৃথিৱীৰ ১২।১৩টা ভাষা জনা এজন ব্যক্তি। কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ (বেদ শাখাত) এম-এ, অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিষয়ৰ এম-এ, মহাৰাষ্ট্ৰ চৰকাৰৰ ডেক্কান কলেজৰ সম্মানিত সদস্য (Honorary Fellow-১৯৬৮), গুৱাহাটী বিশ্ববিদ্যালয়ৰ সম্মানিত ডি-লিট আৰু এই গুৱাহাটী বিশ্ববিদ্যালয়ৰে প্ৰাক্তন উপাচাৰ্য্য (১৯৪৮ চনৰ পৰা ১৯৫৭ লৈকে), ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সম্মানিত ডি-লিট, জগন্নাথ বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, 'নৈষধ চৰিত, 'যশস্তিলক' আৰু 'সেতুবন্ধ'ৰ নিচিনা প্ৰাচীন মহাকাব্যৰ অনুবাদক, টীকাকাৰ আৰু সমালোচক; ইংৰাজী আৰু অসমীয়াত ভালেকেইটা মৌলিক প্ৰবন্ধৰ ৰচয়িতাই হ'ল—এই কৃষ্ণকান্ত সন্দিকৈ। এইজন ব্যক্তিকেই ১৯৫৫ চনত ভাৰত চৰকাৰে 'পদ্মশ্ৰী' আৰু ১৯৬৭ চনত 'পদ্মভূষণ' উপাধি প্ৰদান কৰে। অসম সাহিত্য সভা (১৯৩৭) আৰু অসম ছাত্ৰ সন্মিলনৰ (১৯২৯) সভাপতিৰ আসন অলংকৃত কৰিছিল এই সন্দিকৈদেৱে। আকৌ এই গৰাকী ব্যক্তিয়েই লক্ষ্ণৌ বিশ্ববিদ্যালয়ত বহা সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ প্ৰাচীন সংস্কৃত বিভাগত সভাপতিত্ব কৰে ১৯৫১ চনত। ১৯৫২ চনত এখেতেই মাদ্ৰাচ বিশ্ববিদ্যালয়ত বহা ভাৰতীয় বিশ্ববিদ্যালয়-সমূহৰ উপাচাৰ্য্য আৰু প্ৰতিনিধিসকলৰ সভাত সভাপতিত্ব কৰিছিল। এখেতেই ১৯৬১ চনত শ্ৰীনগৰত বহা সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ কাৰণে সাধাৰণ সভাপতি নিৰ্বাচিত হৈছিল।

গতিকে এনে এজন পণ্ডিত ব্যক্তিৰ জীৱনী সৰ্বসাধাৰণৰ লগত মিলা জীৱনী নহয়। এইজন ব্যক্তিৰ জীৱনত আমি পাওঁ—এটা জ্ঞান-পিপাসু মন আৰু জ্ঞান আহৰণৰ কাৰণে আজীৱন সাধনাৰ অধ্যৱসায়। ভাষা শিকাৰ অদমনীয় আগ্ৰহ আৰু জ্ঞান লাভৰ কাৰণে বিভিন্ন ভাষাৰ পুথি অধ্যয়ন সন্দিকৈ ডাঙৰীয়াৰ জীৱনৰে বৈশিষ্ট্য। গতিকে গোটেই জীৱন-চৰিতখনতেই এই সুঁতিটো আৰম্ভণিৰ পৰা শেহলৈকে বৈ আছে। গতিকে জীৱনীৰ গতানুগতিকতা ইয়াত বাদ দিয়া হৈছে। মূলকথা হ'ল—আমাৰ অসমীয়াৰ গৌৰৱ কৰিব পৰা এগৰাকী বিদগ্ধ পণ্ডিত আছে। সেইজনক কেৱল অসমৰ চাৰি সীমাৰ গণ্ডীতে সুমুৱাই থ'লে ভুল কৰা হ'ব। তেওঁ হ'ল ভাৰতৰ এগৰাকী অন্যতম শ্ৰেষ্ঠ পণ্ডিত। এইজন ব্যক্তিক অসমে যিমান জানে ভাৰতে তাতোকৈ বেছি জানে, আৰু পাশ্চাত্য জগতৰ প্ৰাচ্যতত্ত্ববিৎ পণ্ডিত-সমাজতো সেইজনক ভালকৈ জানে।

যিজন ব্যক্তিয়ে কাৰো সহায় নোলোৱাকৈ অকলশৰীয়া প্ৰচেষ্টাৰে গবেষণা ( Single-handed research ) কৰি অতি মূল্যবান সাহিত্যিক অৱদানেৰে জগতজোৰা খ্যাতি আৰ্জিছে, শিক্ষা-ক্ষেত্ৰত থাকি সুদীৰ্ঘ ওঠৰ বছৰ কাল এখন কলেজত সুখ্যাতিৰে অধ্যক্ষগিৰি সম্পন্ন কৰি ন বছৰকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ গধুৰ দায়িত্ব বহন কৰিছিল আৰু অৱসৰ বয়সত এখন বিশেষত্বপূৰ্ণ স্কুল খুলিছে সেইজনৰ ব্যক্তিত্বৰ প্ৰতি মোৰ স্বাভাৱিকতে এটা আকৰ্ষণ জাগি উঠিছিল।

সেয়েহে ১৯৬৮ চনৰ এটা শুভ দিনত তেখেতৰ ওচৰ চাপিলোঁ। এই বুলি যে মই তেখেতৰ জীৱনৰ সম্বন্ধে তেখেতৰ পৰা কিছুকথা জানিব খোজোঁ। "কিয়" বুলি সন্দিকৈয়ে প্ৰশ্ন তোলাত ইয়াকে ক'লো যে তেওঁৰ নিচিনা ব্যক্তি এগৰাকীৰ জীৱনৰ পৰা আমি শিকিব-লগা আৰু জানিবলগা ভালেখিনি কথাই আছে। যদি তেখেতে তাকে আমাক নজনাই বা জানিবলৈ নিদিয়ে তেন্তে বহুত কথা কোনোৱেই নেজানিব। ইয়াৰ দ্বাৰা আমাৰ দেশৰ আৰু জাতিৰ বহুত ক্ষতি হ'ব। "পৰৱৰ্ত্তী পুৰুষে আপোনাৰ নিচিনা পণ্ডিত এজনৰ সম্বন্ধে নজনাকৈয়ে

থাকিব। এতিয়াই আপোনাৰ সম্বন্ধে মুখৰোচক গল্প শুনা যায়।" কথা শুনি কেবজেবকৈ সন্দিকৈ ডাঙৰীয়া মাত্তি হ'ল। ক'লে, "হয় মোৰ কথা মই কাকো কোৱা নাই। মোৰ বিষয়ে বাস্তৱতে এতিয়াও বিশেষ একো কোনেও নেজানে। মোৰ জীৱন-প্ৰণালী দ্বাই সেই কাৰণে মৃত্যুৰ পিচত সঁচাই-মিছাই কিছুমান অতিৰঞ্জিত কথা ওলোৱাতকৈ জীৱিত অৱস্থাতে তুমিয়ে দুই-এটা কথা টুকি লবাহি।" মোৰ মনটো উৎসাহত ভৰি পৰিল—মোৰ বৰ ভাল লাগিল। কিন্তু লগতে তেওঁ ইয়াকো ক'লে যে তেওঁৰ সময় নাই। কাৰণ, 'সেতুবন্ধ'ৰ নিচিনা এখন দুৰূহ মহাকাব্যৰ অনুবাদ কৰাই নহয় তাৰ সমালোচনামূলক টীকা আদিও তেতিয়া লিখি আছে। তথাপি আমাৰ ভিতৰতে এটা সিদ্ধান্ত হ'ল যে দুই-তিনিমাহৰ মূৰে মূৰে মোক সন্দিকৈ ডাঙৰীয়াই ২।৩ দিনকৈ সাক্ষাৎ দিব। আগতীয়াকৈ তেওঁক প্ৰশ্ন আদিও দিয়া ঠিক হ'ল আৰু সেই মতেই অন্ততঃ ৪০।৪১টা বৈঠকত তেওঁ ২।৩ ঘণ্টালৈকে একেবাহে বহি বিভিন্ন উত্তৰ দি গৈছিল আৰু ভালেখিনি কথা তেওঁৰ পৰা শুনি নিজা উক্তিস্বৰূপেই দিয়া হ'ল। বস্তুত সাইত তেওঁৰ কোৱা কথাখিনি তেওঁৰ ভাষাতেই আছে। কেতিয়াবা মই সোধা প্ৰশ্নৰ উত্তৰ তেওঁ দি গৈছিল। কেতিয়াবা আকৌ নিজৰ সোঁৱৰণ হোৱাত কোনো এটা বিশেষ বিষয়ে নিজেই কৈ গৈছিল।

সন্দিকৈ ডাঙৰীয়াৰ লগত মোৰ ব্যক্তিগতভাৱে চিনাকি হয় ১৯৬১ চনত। 'প্ৰসঙ্গ-কোষ' লিখি তেখেতক দেখুৱাই মতামত লবলৈ গৈছিলো। সৰ্বসাধাৰণতে কোৱাৰ দৰে তেতিয়াও একেবাৰতে 'সময় নাই' বুলি কৈছিল। কিন্তু পাণ্ডুলিপিত কিছুমান ইউৰোপীয় সাহিত্যৰ 'প্ৰসঙ্গ' দেখি বৰ তৃপ্তি পালে। ছিলাৰ, গৰ্ডান, ড্ৰাভ, গগল, ষ্ট্ৰীণ্ডবাৰ্গ, গ্যেটে, মেটাৰলিঙ্ক, পিণ্ডাৰ, ক্ৰুপটিয়েৰ, ইবচেন আদিৰ 'প্ৰসঙ্গ'বোৰ পুথিৰ অন্তৰ্গত হোৱাত সন্দিকৈয়ে পঢ়ি বৰ আনন্দ পায় আৰু তেতিয়াই কথা দিয়ে যে তেখেতে সেই পাণ্ডুলিপিৰ বিভিন্ন প্ৰসঙ্গ সম্বন্ধে মোৰ লগত আলোচনা কৰিব। পিছতে যেতিয়া মই সন্দিকৈৰ জীৱনী লেখাৰ কথা উল্লেখ কৰিছিলো তেতিয়াও কথাৰ মাজতে কৈছিল যে 'প্ৰসঙ্গ-

কোৰ'ৰ কাৰণেই মোৰ প্ৰতি এটা বৰ ভাল ভাব তেখেতে ৰাখিছিল আৰু তাৰ কাৰণেই নিজৰ জীৱনৰ সম্পৰ্কে মোক ক'বলৈ সম্মতি প্ৰকাশ কৰিছিল। মোক তেওঁৰ জীৱনী লিখিবলৈ অনুমতি দিয়াৰ ইও এটা বিশেষ কাৰণ বুলি সন্দিকৈয়ে নিজে উল্লেখ কৰিবলৈ কোৱাত ইয়াতে লিখিলো।

সন্দিকৈ ডাঙৰীয়াৰ বিশেষত্ব হৈছে যে যেতিয়াই তেতিয়াই তেওঁ কোনো লোককে লগ পাব নোখোজে। খবৰ নিদিয়াকৈ তেওঁক লগ পাবলৈ যোৱাটো পছন্দ নকৰে। গতিকে প্ৰতিবাৰ যোৱাৰ আগতে মই তেওঁক আগতীয়াকৈ জনাইহে গৈছিলো। কেতিয়াবা আকৌ সন্দিকৈ ডাঙৰীয়াই নিজেই তাৰিখ এটা দি মোক মাতিও পঠাইছিল। এবাৰ ১৯৭০ চনৰ এপ্ৰিল মাহত তেওঁলৈ এটা তাৰিখ দি এখন চিঠি দিলো। কিন্তু সেইবাৰ চিঠিখন মই গৈ পোৱাৰ আগতে নেপালেগৈ। পুৱা দহবজাৰ লগে লগে মই গৈ তেখেতৰ ঘৰত উপস্থিত হলোঁগৈ। মোক দেখি সন্দিকৈ ডাঙৰীয়াই ওলায়ে ক'লে—'তুমি আহিছা, মই কিন্তু চিঠি পোৱা নাই। মই তোমাৰ লগত আজি কথা নেপাতো—কাইলৈ যদি থাকা তেন্তে ইমান সময়তে আহিবা।' মই সম্মতি দি গুচি আহিলো। পিচদিনা আকৌ গ'লো। সেইদিনা কাম হ'ল। আকৌ তেওঁলৈ খবৰ দিলো জুনৰ ২০।২১ তাৰিখে দুদিন লগ পাম বুলি। চিঠি আগতীয়াকৈ দিলো। সেইবাৰো এনে দুৰ্ভাগ্য যে মই গৈ পোৱাৰ আগ দিনাহে তেওঁ মোৰ চিঠিখন পালে। পুৱা সন্দিকৈ ডাঙৰীয়াক লগ পাওঁতে ক'লে—"কালিহে তোমাৰ চিঠি পাইছো। কিন্তু মই তোমাক লগ পাবলৈ প্ৰস্তুত হৈ থকা নাই। কিন্তু তুমি আগতীয়াকৈ চিঠি দিছিলা। গতিকে তোমাৰ দোষ নাই। আহাঁ বাৰু" বুলি তেওঁ মোক কোঠাটোত বহিবলৈ দিলে। সেইদিনা তেওঁ মোক জনালে—'আজি তোমাৰ কি প্ৰশ্ন আছে সোধা, আজি তোমাৰ কথাৰ উত্তৰ দিম, কাইলৈ মই নিজে ক'ম।' গতিকে তেওঁক মই সুধিলো,—"আপুনি বাৰু হঠাৎ কিয় এজন মানুহক লগ দিব নোৱাৰে বা লগ পাব নোখোজে? কালি মোৰ চিঠিখন পায়ো আজি কিয় লগ দিবলৈ অসুবিধা পাইছে?"

ইয়াৰ উত্তৰত সন্দিকৈয়ে মিচিকিয়াই ক'লে, "মোৰ সকলো কাম আগতীয়াকৈ ঠিক কৰা থাকে। মই সদায় মানসিক প্ৰস্তুতি বিচাৰো। কালি মই ঠিক কৰি থৈছিলো যে আজি মই ভিন্‌চেন্ট স্মিথৰ 'আকবৰ' গ্ৰন্থখন পঢ়িম। কিতাপো যোগাৰ কৰি থ'লো। সিদিনা অলপতে এটা সংস্কৃত শ্লোকত পালো যে আকবৰে প্ৰাকৃত ভাষাৰ উৎকৰ্ষ সাধনৰ কাৰণে পৃষ্ঠপোষকতা কৰিছিল। এই কথাটোকে জানিবৰ কাৰণে আৰু স্মিথে ক'বৰাত এই সম্বন্ধে কিবা কৈছে নে নাই তাক জানিবৰ কাৰণেই আজি কিতাপখন পঢ়িবলৈ স্থিৰ কৰি থৈছিলো। গতিকে তুমি অহাত মোৰ সেই কামটো আজি আৰু নহ'ব।" এইবুলি কৈ আকৌ এটা হাঁহি মাৰিলে। এই বয়সত জ্ঞানলিপ্সাৰ কি প্ৰবল আগ্ৰহ!

মই তেওঁৰ নিজ মুখৰ পৰা শুনাৰ আগতে হয়তো যি ভাবিছিলো ইয়াত ক'বলৈকে লাজ পাইছো। গতিকে এই ব্যক্তিজনৰ সম্বন্ধে বাহিৰত আমি যি দুই-চাৰিটা বিৰূপ মন্তব্য শুনিবলৈ পাওঁ সেয়া হ'ল তেওঁক নুবুজাৰ কাৰণেই। হৈ-চৈ নকৰা বিধৰ সন্দিকৈ এজন নীৰৱ জ্ঞান-সাধক। সেয়েহে এইজন লোকক যিকোনো সময়তে সঁচাকৈ লগ পাবলৈ আশা কৰাটো ভুল। তেওঁৰ জীৱনটোৱেই হ'ল নিয়ম-শৃংখলাৰ জীৱন। সাধাৰণ ব্যতিক্ৰমো তেওঁ সহ্য কৰিব নোৱাৰে। শোৱা-খোৱা, ফুৰা-পঢ়া, গা ধোৱা, খবৰ কাগজ পঢ়া সকলো সময় মতেই হয়। সন্দিকৈ ডাঙৰীয়াৰ 'ফুৰা' বুলিলে হয়তো বহুতে উচাপ্ খাই উঠিব। কিন্তু ঘৰৰ আগৰ ফুলনি আৰু খঁহনিতে সদায় সন্ধিয়াৰ পিচতে এক-দেৰ ঘণ্টা খোজকাঢ়ি ফুৰে। হাতত লাঠিডাল লৈ প্ৰতি-জোপা ফুলৰ ওচৰ চাপে। এই ৭৭ বছৰ বয়সতো সন্দিকৈ ডাঙৰীয়াই দৈনিক ৫।৬ ঘণ্টা অধ্যয়ন কৰে। গতিকে তেওঁৰ জীৱন কটোৱাৰ প্ৰণালী সৰ্ব্বসাধাৰণৰ লগত নিমিলে। আৰু সেই কাৰণেই সৰ্ব্বসাধাৰণৰ বৰ আচৰিত আচৰিত যেন লাগে। সন্দিকৈ ডাঙৰীয়াৰ পৰা বিশেষ এটা শিকিবলগা কথা হ'ল—সময়ানুবৰ্তিতা বা সময়নিষ্ঠা। লৈ পালেই কয়—আজি মই তোমাৰ লগত দুঘণ্টা কথা পাতিম বা মই তোমাৰ লগত বাৰ বজালৈকেহে কথা পাতিম। কথা পাতি থাকিলে

প্ৰশ্নৰ উত্তৰ দি থাকিব—ঠিক পাঁচ মিনিটমান থাকোঁতে ক'ব—'মই আৰু পাঁচ মিনিটতে শেষ কৰিম।' ঠিক শেষ কৰেও সেই মতেই। লগুৱা ল'ৰা এটাই খবৰ দিয়ে 'দেউতা গা ধুবলৈ পানী দিলোঁ।' ঘড়ীৰ কাটাকেইডালেই সন্দিকৈ ডাঙৰীয়াৰ জীৱন নিয়াৰিকৈ চলাই নিছে। আমাৰ জীৱনৰ কিমান ঘণ্টা, কিমান দিন অথলে গৈছে তাৰ খবৰ আমি কিবা ৰাখিছোনে? জীৱনৰ প্ৰতিটো ঘণ্টাৰ যে একোটা পৰিকল্পনা এজন লোকে কৰিব পাৰে তাৰ নিদৰ্শন হ'ল—কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া।

সন্দিকৈ ডাঙৰীয়াই তেখেতৰ জীৱনীতি সম্বন্ধে মোক তিনিষাৰ লাগতিয়াল কথা কৈছিল—

(১) তেওঁৰ সম্বন্ধে কোনেও একো নক'লেই আটাইতকৈ বেছি ভাল পায়।

(২) নিন্দাবাদ কৰিলে তেওঁ তুচ্ছজ্ঞান কৰে।

(৩) অলপ বেছিকৈ প্ৰশংসা কৰিলে তেওঁ তোষামোদ কৰা বুলি ভাবে।

এই কথাকেইটালৈ লক্ষ্য কৰি মোক সদায় অতি সংযতভাৱে লিখিবলৈ কৈছিল যাতে তেখেতৰ জীৱদ্দশাত কিতাপখন ওলালে নিজে পঢ়ি ভাল পায়।

এই জীৱনীখন ছপোৱা সম্বন্ধে সন্দিকৈদেৱে আৰম্ভণিতে মোক এটা কথা কৈছিল—তেওঁৰ ইচ্ছা যে ১৯৭১ চনৰ ভিতৰত জীৱনৰ শেষ কাম 'সেতুবন্ধ' সম্পূৰ্ণ লেখা হ'ব পাৰে আৰু হয়তো এটা খণ্ড ইতিমধ্যে ছপা হৈ ওলাব পাৰে। তেতিয়াহে তেওঁৰ জীৱনী ছপা কৰি প্ৰকাশ কৰিব পৰা হ'ব। 'সেতুবন্ধ' ওলাওঁতে পলম হোৱাত সন্দিকৈ ডাঙৰীয়াৰ ইচ্ছানুযায়ী ১৯৭৪ চনৰ পিচত পুথিখন ছপাবলৈ ল'লো। সন্দিকৈ ডাঙৰীয়াৰ নিজা বাছনি মতেহে ইয়াৰ ছবিসমূহ সন্নিৱিষ্ট কৰা হৈছে। আমাৰ ব্যক্তিগত অনুৰোধ ৰক্ষা কৰি তেওঁ এই বৃদ্ধ বয়সৰ ছবিখন তোলাই দিছে। জী-জোঁৱাই, পো-বোৱাৰী আৰু নাতি-পুতিৰে

লৈতে তোলা ছবিখনো আমাৰ বিশেষ অনুৰোধ ৰক্ষা কৰিছে তোলাই দিছে।

সৰ্বশেষত, মই এই গৰাকী পণ্ডিত ব্যক্তি কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক মোৰ অন্তৰভৰা কৃতজ্ঞতা জনাই মোৰ বক্তব্য শেষ কৰিলো। লগতে সন্দিকৈদেৱৰ এগৰাকী বন্ধু অসমৰ এগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক আৰু সাংবাদিক ৺লক্ষ্মীনাথ ফুকন ডাঙৰীয়াই অনুগ্ৰহ কৰি তেখেতৰ 'মহাত্মাৰ পৰা ৰূপ কোঁৱৰলৈ' বোলা গ্ৰন্থখনৰ কৃষ্ণকান্ত সন্দিকৈ সম্পৰ্কীয় অংশৰ উদ্ধৃত এই পুথিখনত ব্যৱহাৰ কৰিবলৈ অতি আনন্দেৰে অনুমতি দিয়াত মই ফুকন ডাঙৰীয়ালৈ মোৰ আন্তৰিক শলাগ নিবেদন কৰিলো। ৺ফুকনে লেখা চিঠিৰ এটা শাৰীৰ উদ্ধৃতি তলত দিলো। "আপুনি অসমী আইৰ সুপুত্ৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ জীৱনী লিখিছে বুলি জানি পৰম সন্তোষ পালো। তেওঁৰ লগত পৰামৰ্শ কৰি লিখিছে যেতিয়া জীৱনীখন নিঃসন্দেহে এখন মূল্যবান গ্ৰন্থ হ'ব।" স্বৰ্গীয় ফুকনে আশা কৰাৰ দৰে 'মূল্যবান গ্ৰন্থ' হ'বনে নহয় সি আমাৰ সন্দেহ। কিন্তু ই ঠিক যে, সন্দিকৈ ডাঙৰীয়াৰ লগত পৰামৰ্শ কৰি লিখাত এটাও ইয়াত মনেগঢ়া কথা নাই—কল্পনাৰ ৰং নাই, সত্যৰ অপলাপ নাই আৰু সত্য কথাক গল্প কৰিব খোজাৰ প্ৰয়াসো নাই। জীৱনৰ বাস্তৱ ৰূপতে ইয়াক প্ৰতিফলিত কৰিবলৈ চেষ্টা কৰা হৈছে। সত্যৰ দ্বাৰাহে আমি অনুপ্ৰাণিত হওঁ—উৎসাহ পাওঁ। এই মহান ব্যক্তিজনাৰ জীৱনে আমাৰ সকলোকে অনুপ্ৰাণিত কৰিব—এয়ে আশা।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ পৰামৰ্শ মতেই ৺নকুলচন্দ্ৰ ভূঞা-দেৱৰ "ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া" নামৰ গ্ৰন্থৰ পৰা সন্দিকৈ পৰিয়ালৰ ভালেখিনি কথা গ্ৰহণ কৰা হৈছে। সেয়েহে ভূঞাদেৱৰ এই প্ৰামাণিক গ্ৰন্থখন আমাৰ এই জীৱনী ৰচনাৰ বিশেষ সহায়ক। গতিকে তাত থকা একে ধৰণৰ কথাকেই যদি পুনৰুক্তি কৰা হয় তেন্তে পাঠক সমাজে ক্ষমা কৰিব।

বৰ্ত্তমান এই গৰাকী পণ্ডিতপ্ৰবৰ ব্যক্তি কৃষ্ণকান্ত সন্দিকৈদেৱৰ

বয়স ৭৭ বছৰ। এতিয়াও জ্ঞান আহৰণৰ একাগ্ৰতাৰে নীৰৱ সাধনাত লাগি আছে। পৰম করুণাময়ে শ্ৰীসন্দিকৈক দীৰ্ঘায়ু কৰক আৰু অটুট স্বাস্থ্য দিয়ক !

এই পুথিখনৰ প্ৰতিটো শাৰী সন্দিকৈ ডাঙৰীয়াই পঢ়িছে। তেওঁৰ ইচ্ছামতে এতিয়া ছপা কৰি ৰাইজৰ হাতত দিয়া হ'ল। মোৰ ৰুচিতকৈ সন্দিকৈৰ ৰুচিৰ প্ৰতিহে মই ইয়াত বেছি লক্ষ্য কৰিছো। তথাপি এইজনা বয়োবৃদ্ধলোকে মোৰ ব্যক্তিগত অনুৰোধ ৰক্ষা কৰি ভালেখিনি কথাৰ সন্তেদ দি আৰু পোনপটীয়া উত্তৰ দি সহায় কৰাত আৰু বিচৰা-মতে আলোকচিত্ৰৰ যোগান ধৰাত মই পুনৰ সন্দিকৈদেৱলৈ আন্তৰিক কৃতজ্ঞতা যাচিলো।

সন্দিকৈ ডাঙৰীয়াৰ ইচ্ছানুযায়ী অধ্যাপক অজিত কুমাৰ শৰ্মাই লিখা—"আপুনি কৃষ্ণকান্ত সন্দিকৈক দেখিছেনে ?" [ 'দৈনিক অসম'ৰ সাহিত্যসভা ( বৰপেটা অধিবেশনৰ ) বিশেষ সংখ্যা—১৯৬৯ চনৰ ৭ ফেব্ৰুৱাৰীত প্ৰকাশিত ] বোলা প্ৰবন্ধটোৰ পৰা সন্দিকৈক বুজিবৰ বাবে কেইটামান উদ্ধৃতিও দিয়া হৈছে। শ্ৰীশৰ্মাক সন্দিকৈয়ে পুত্ৰৱৎ স্নেহ কৰে আৰু তেওঁক সন্দিকৈয়ে লগ পাবলৈও সহজে সুবিধা দিয়ে। উক্ত প্ৰবন্ধত শৰ্মাই অতি সুন্দৰকৈ সন্দিকৈ মানুহজনক অসমীয়া ৰাইজৰ আগত প্ৰকাশ কৰাত বিশেষ বৰঙণি যোগাইছে।

পুথিখনৰ নাম মই 'পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ' দিব খুজিছিলো, কিন্তু নামৰ আগত তেনে এটা বিশেষণ দিয়াত তেখেতে ভাল নোপোৱাৰ কাৰণেই কেৱল নামেই যথেষ্ট বুলি ভাবি নামকৰণ এনেকৈয়ে কৰা হ'ল। কাৰণ সন্দিকৈ বিশেষণ বিৰোধী।

এই পুথিখন সন্দিকৈৰ জীৱদ্দশাত ছপা কৰা সংক্ৰান্তত ১৭।৪।৭১ তাৰিখে তেখেতৰ লগত ভালেখিনি তৰ্ক-বিতৰ্ক হয়। অৱশেষত মোৰ আগ্ৰহ, চেষ্টা, পৰিশ্ৰম আৰু সময় খৰচলৈ চাইহে তেখেতে জীৱদ্দশাত ছপাবলৈ অনুমতি দিলে। সন্দিকৈৰ মতে "গান্ধীজীৰ নিচিনা এজন ব্যক্তিৰ মৃত্যুৰ কাৰণে বাট চাব নোৱাৰি। কিন্তু আমাৰ নিচিনা মানুহৰ কথা মৃত্যুৰ পিচত জানিলেও হ'ব।"

এই দিনটোৰ 'তৰ্ক-বিতৰ্ক' কথাবাৰত তেওঁ ভাল পোৱা নাছিলো। কিন্তু বাধ্য হৈ তেনে এটা অৱস্থাত পৰিছিলো। "তৰ্ক-বিতৰ্ক" হোৱা কথাবাৰ সন্দিকৈ ডাঙৰীয়াই ইয়াত উল্লেখ কৰিবলৈ কোৱাতহে কৰিলো। আজি দুই-তিনি বছৰৰ পৰা ( ১৩৭২-৭৩ ব পৰা ) পুথিখনৰ বা বাতৰি লওঁতা বহুতো ওলাইছে। অসমৰ বহুতো বিশিষ্ট কবি-সাহিত্যিক, শুভাকাঙ্ক্ষী আৰু বন্ধুৱে আমাক জোৰ কৰি ধৰিছে—অতি শীঘ্ৰে এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ। আনকি কলিকতাৰ নেচনেল লাইব্ৰেৰীৰ পৰাও তেখেতৰ জীৱনী বিচাৰি দুবাৰ দুখন চিঠি পাইছো। কিন্তু সন্দিকৈ ডাঙৰীয়াই এই জীৱনীখনৰ সকলোবোৰ কথা লাহে লাহে শুনি থকাৰ কাৰণে আৰু শেষত নিজে পঢ়ি চাবলৈ ইচ্ছা কৰাত এনেকৈ পলম হৈছে। এতিয়ালৈকে কেইবা গৰাকী বিশিষ্ট ব্যক্তিয়ে এই সম্পৰ্কে সন্দিকৈ ডাঙৰীয়ালৈও লিখিছে। অলপতে অসম চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষ ডঃ মথুৰানাথ ভট্টাচাৰ্য্যই তেখেতলৈ এই পুথিখন সোনকালে ছপাই উলিয়াবলৈ অনুমতি দিবৰ কাৰণে এখন চিঠি দিয়াত সন্দিকৈ ডাঙৰীয়াই সেই চিঠিখন অলপতে মোৰ হাতত দিছে। "এজন ডাক্তৰ হৈ মোৰ জীৱনী পঢ়িবলৈ আগ্ৰহ প্ৰকাশ কৰিছে। গতিকে এইজন ব্যক্তিৰ মন্তব্যটো তোমাক লাগিব, তুমি লোৱা,' বুলি মোক চিঠিখন দিলে। এই চিঠিখন পোৱাৰ পিছত সন্দিকৈ ডাঙৰীয়াই অলপ খক-খেদা কৰা যেন দেখা গৈছে। ডাঃ মথুৰানাথ ভট্টাচাৰ্য্যই লিখিছিল :—

"আপোনাৰ ওচৰত আমাৰ এটা অনুৰোধ আছে ; আশাকৰো আপুনি বিবেচনা কৰি চাব। আপোনাৰ এই বহুমূলীয়া জীৱনৰ আলেখ্যাই আমাৰ সকলোৰে জীৱনৰ পথ-প্ৰদৰ্শক হোৱাটো স্বভাৱ হবে ; আমি এই বিষয়ে জানিব পাৰিলে আমাৰ বিশেষ উপকাৰ হ'ব বুলি বিশ্বাস। আমি অনুৰোধ কৰো এই কামকেৱা সম্পূৰ্ণ কৰি ছপাই উলিয়াবলৈ অনুমতি দিয়ে।"

আজি এই পুথিখন ছপাই উলিওৱাৰ লগে লগে নিশ্চয় আমাৰ সকলো শুভাকাঙ্ক্ষী ব্যক্তিৰ উৎকণ্ঠা শেষ হ'ল।

মোৰ নিজৰ এই পুথিখনৰ সম্বন্ধে ক্ষুদ্ৰ মন্তব্য এয়ে যে আজিলৈকে

মই যি দুই-চাৰিখন পুথি লিখিছো তাৰ ভিতৰত এইখন পুথিৰ কাৰণেই মই আটাইতকৈ বেছি মানসিক আৰু শাৰীৰিক পৰিশ্ৰম আৰু কষ্ট স্বীকাৰ কৰিছো, কিন্তু সম্পূৰ্ণ কৰাৰ পিচত বেছি আনন্দ লাভ কৰিছো। 'প্ৰসঙ্গ-কোষ', 'সংমিশ্ৰণত অসমীয়া সংস্কৃতি'ৰ কাৰণেও মই কেতিয়াও ইমান পৰিশ্ৰম কৰা নাছিলো আৰু ইমান দীঘলীয়া সময়ো লগা নাছিল। গতিকে এই পুথিখন প্ৰকাশ হোৱাত মোৰ আনন্দ মই কথাৰে প্ৰকাশ কৰিব পৰাৰ সক্ষমতা নাই।

এই পুথিখন ছপাশালালৈ দিয়াৰ ঠিক আগে আগে সন্দিকৈ ডাঙৰীয়াৰ বন্ধু অসমৰ প্ৰখ্যাত সাংবাদিক আৰু সাহিত্যিক লক্ষ্মীনাথ ফুকনদেৱৰ যোৱা ৪।৪।৭৫ তাৰিখে মৃত্যু হোৱাটো দুৰ্ভাগ্যজনক। তেখেতে মোলৈ ১।৮।৭১ তাৰিখে গৌৰীপুৰৰ পৰা এখন চিঠি দিছিল—"আপুনি লিখা শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ জীৱনীখন সম্পূৰ্ণ হল বুলি জানি আনন্দ পালো। কেতিয়ামানে কিতাপৰ আকাৰত দেখিবলৈ পাম?" এই প্ৰশ্নৰ উত্তৰস্বৰূপে এই পুথিখন ফুকন ডাঙৰীয়াক তেখেতৰ জীৱদ্দশাত দিব নোৱাৰাত মই মৰ্মাহত হৈছো। স্বৰ্গগত আত্মাৰ এই আশা অপূৰণ হৈয়ে ৰ'ল। যোৱা ৬।৪।৭৫ তাৰিখে সন্দিকৈ ডাঙৰীয়াক লগ পাওঁতে ফুকন ডাঙৰীয়াৰ মৃত্যুৰ বাতৰিত তেখেতক বিচলিত হৈ পৰা যেন লাগিল। এই পুথিখন লিখি থাকোতেই সন্দিকৈৰ বন্ধু অমিয়কুমাৰ দাস আৰু টকিউদ্দিনৰ মৃত্যু হয়।

---

## ২

# সন্দিকৈৰ বিশেষত্ব

'কৃষ্ণকান্ত সন্দিকৈ' এই নামটোৱে অসমৰ এমূৰৰ পৰা আন এটা মূৰলৈকে এটাই অৰ্থ প্ৰকাশ কৰে যে এই নামটো হ'ল অসমৰ এজন ডাঙৰ পণ্ডিতৰ নাম। এইজন মানুহক সৰ্বসাধাৰণ পণ্ডিতৰ লগত বিচাৰ নোৱাৰি। যি কোনো মানুহ তেওঁৰ ওচৰ চাপিবও নোৱাৰে, যাৰে তাৰে লগত তেওঁ কথাও নেপাতে। সামাজিক জীৱনৰ প্ৰতি তেওঁ বিমুখ। কেৱল অধ্যয়ন লৈয়ে ব্যস্ত। এই গহীন-গম্ভীৰ ব্যক্তিত্বসম্পন্ন প্ৰাজ্ঞাধৰ ব্যক্তিজনৰ সম্বন্ধে তেওঁৰ ল'ৰালি কালৰ পৰা জানি লোৱাৰ পিছতহে এই সাধাৰণভাৱে প্ৰচলিত মতামতৰ বিপৰীতে পাঠকে নিজৰ ধাৰণা স্থিৰ কৰিব পাৰিব বুলি ভাবো। কিন্তু যিজন ব্যক্তিক সৰ্বসাধাৰণে যি ধৰণে ভাবে সেইজন ব্যক্তি ঠিক তেনে নহয়। এই সম্বন্ধে সন্দিকৈ ডাঙৰীয়াও সজাগ। এদিন কথা প্ৰসঙ্গত তেওঁ কৈছিল—"মানুহে মোক সংসাৰী হিচাপে তেনেই অপদাৰ্থ বুলি ভাবিব পাৰে। কিন্তু মই বিলাতৰ পৰা ঘূৰি আহি তিনিবছৰ কাল ন-কচাৰীৰ ওচৰৰ আমাৰ টিকৰাল বাগানখন চলাওঁ—তেতিয়া মই টিকৰালত থাকো আৰু যোৰহাটলৈ মাজে মাজে আহোঁ। এইদৰে অহা-যোৱা কৰি থাকোঁতেই মই 'নৈষধ-চৰিত' লিখিবলৈ আৰম্ভ কৰো আৰু কোনো গণ্ডগোল নোহোৱাকৈ বাগান চলাই থাকো। আনকি, এতিয়াও মই এই বয়সত ঘৰত বহিয়ে ইয়াৰ পৰাই বাগান চলাই আছো। তেন্তে তুমি মোক সংসাৰী হিচাপে অপদাৰ্থ বুলি ক'ব নেকি?"

এদিন সন্দিকৈ ডাঙৰীয়াক মই এটা প্ৰশ্ন সুধিছিলো। "আপোনাৰ সমাজৰ প্ৰতি ইমান বিতৃষ্ণা কিয়? মানুহৰ লগত আপুনি কিয় বহু বেছি সম্বন্ধ ৰাখিব নোখোজে?" উত্তৰ স্বৰূপে যি ক'লে সেয়া শুনি মই তবধ মানিলো।

—"মই হঠাৎ আজি মানুহৰ লগত মিলিবলৈ যোৱা পাইছো এনে

নহয়। আগৰে পৰা মই যদি মানুহৰ লগত খুব হ'লিগলি কৰি থাকিলোহেঁতেন তেতিয়া ক'ব পাৰা যে মোৰ কিবা এটা বিশেষ পৰিবৰ্তন হৈছে। আগৰে পৰাই মই মানুহৰ লগত বৰ বেছি হ'লিগলি নকৰো। গতিকে তুমি সমাজৰ প্ৰতি মোৰ বিতৃষ্ণা হৈছে বুলি ক'বা কেনেকৈ? মোক দেউতায়ো এই বিষয়ত বেয়া পাইছিল—কিন্তু এইটো মোৰ স্বভাবেই। মই আৱশ্যক মতেহে মানুহৰ লগত কথা পাতো। এতিয়া মই নতুনকৈ মানুহৰ লগত চিনাকিও হ'ব নোখোজো—কাৰণ এতিয়া মই এটা অৱসৰ জীৱন যাপন কৰি আছো। পঢ়াশুনা আৰু বিশেষ দৰকাৰী কথাৰ বাহিৰে আন কথাত মোৰ মন নবহে।" সন্দিকৈ ডাঙৰীয়াই বহুত বছৰ ধৰি অকলশৰীয়াকৈ নিৰ্জনে এটা দুমহলীয়া ঘৰৰ তলৰ মহলাত থাকিবলৈ লৈছে। ওপৰ মহলটো কেৱল কিতাপৰ আলমাৰীৰেহে ভৰি আছে। শোৱা কোঠাটো কিতাপেৰে ভৰি আছে—ড্ৰইং ৰুমতো কিতাপ—চাৰিওফালে কিতাপ আৰু কিতাপ।

ভালপোৱা বেয়াপোৱা কথা আৰু ভালেমান বিশেষত্ব ( Peculiarity ) প্ৰত্যেকৰে থাকে। সন্দিকৈ ডাঙৰীয়াৰ সম্বন্ধে ৺লক্ষ্মীনাথ ফুকন ডাঙৰীয়াই তেখেতৰ "মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ" বোলা গ্ৰন্থৰ কেইবাঠাইত কেইবাটাও কথাৰ উল্লেখ কৰিছে। হেমচন্দ্ৰ গোস্বামীৰ কথা লিখিবলৈ লৈ তাৰে এঠাইত কৃষ্ণকান্ত সন্দিকৈয়ে সকতে জোতা নিপিন্ধা সম্বন্ধে এইবুলি লিখিছে—"সেই কালত সন্দিকৈয়ে জোতা নিপিন্ধিছিল। ঘৰত পিন্ধিলেও বাহিৰত তেওঁ শুদা ভৰিৰেই ফুৰিছিল। আন সাজ-পাৰতো তেওঁৰ লেশমাত্ৰও ফিতাহি নাছিল। কথাটো বৰ বিসদৃশ যেন লাগিছিল। এইবাবেই বিশেষকৈ যে তেওঁ এনে এজন মানুহৰ ল'ৰা যিজনৰ সাজ-পোছাকত বিশেষত্ব ( সন্দিকৈৰ দেউতাক ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈয়ে বাহিৰত পৰিপাটিকৈ পূৰা চাহাবী পোছাক পিন্ধিছিল আৰু কেতিয়াবা কাচিৎ দেশী সাজ পিন্ধিলেও তাকো পিন্ধিছিল আটক-ধুনীয়াকৈ ) অকল ছাত্ৰ সমাজতে নহয়, সন্দিকৈয়ে জোতা নিপিন্ধাৰ কথা অন্যান্য মহলতো বিয়পি পৰিছিল। গোস্বামীয়েও যে এই খবৰ পাইছিল তাক জানিলোঁ। যেতিয়া তেওঁ

সন্দিকৈক সুধিলে, "তুমি বোলে জোতা পিন্ধা হয় নে? জোতা পিন্ধিব লাগে, পিছে জোতাৰ গোলাম হব নেলাগে।" পিছৰ কথাখাৰ তেওঁ ইংৰাজীত কৈছিল 'মেড' শব্দটো ব্যৱহাৰ কৰি।"

কৃষ্ণকান্ত সন্দিকৈদেৱে ফুকন ডাঙৰীয়াৰ এই উক্তি পঢ়ি মোক ক'লে, যে—"ফুকনে আৰু এটা কথা লিখিবলৈ পাহৰি গ'ল। মই সৰুতে পৰা এডাল লাঠী লৈ ফুৰা-চকা কৰি আৰু বহুত দূৰ ফুৰি ভাল পাইছিলো। সিও এটা মোৰ Peculiarity আছিল। ফুকনৰ পিছে, গোস্বামী ডাঙৰীয়াৰ কথাকেইটা ভাল মনত আছে। মই কিন্তু পাহৰিলো।"

সকলো কথা আৰু কামত সময়ানুবৰ্তিতা ৰক্ষা কৰাটো সন্দিকৈৰ এটা বিশেষত্ব। এই কাৰণেই তেওঁ ঘড়ী আগবঢ়াই থয়। এই সম্পৰ্কে অধ্যাপক অজিত কুমাৰ শৰ্মাই লেখা প্ৰবন্ধ "আপুনি কৃষ্ণকান্ত সন্দিকৈক দেখিছেনে"ত আছে, "কথা পাতি থাকোতেই ছুপৰীয়া প্ৰায় বাৰ বাজি-লগে। এনেতে এপাকত তেওঁৰ হাতঘড়ীত চকু পৰিল। দেখিলো ছুই বাজিছে। আচৰিত হৈ 'এইভাৱে ছুই বাজিলনে' বুলি সুধিলত ক'লে, "নহয়, মোৰ ঘড়ীটো ছুঘণ্টা আগবঢ়াই থওঁ।" সন্দিকৈয়ে ওপৰাই কোৱা এইখাৰ কথা আজিও মোৰ বাবে সাঁথৰ হৈ থাকিল। কিয়নো ইমান আগবঢ়াই থয় বুলি সুধিছিলো যদিও তেতিয়া তেওঁ উত্তৰত একো ভাঙি নকৈ মাত্ৰ পাতল হাঁহি এটা মাৰি মোৰ প্ৰশ্নটো সামৰি থ'লে।"

পিচে মই সন্দিকৈ ডাঙৰীয়াক ঘড়ী আগবঢ়াই থোৱাৰ কাৰণটোনো কি সুধিছিলো। তেওঁ হাঁহি এটা মাৰি ক'লে, "আগতে মোৰ বহুত ৰাতিলৈকে পঢ়া অভ্যাস আছিল। পঢ়োতে পঢ়োতে কেতিয়াবা ৰাতি ছুই-তিনি বাজে। খোৱা-শোৱা ৰব অনিয়মীয়া হয় কাৰণে স্বাস্থ্যৰো অৱনতি ঘটিছিল। গতিকে নিজে ভয় খাবৰ কাৰণেই মই ঘড়ীটো সদায় আগবঢ়াই থওঁ। ছুঘণ্টা, এঘণ্টা বা দেৰ ঘণ্টাও সময়ে সময়ে আগবঢ়াই থওঁ।" সঁথৰটোৰ উত্তৰ পাই মোৰ বৰ ভাল লাগিল। ইও সন্দিকৈৰ এটা 'পিকিউলিয়াৰিটি' বা বিশেষত্ব।

সন্দিকৈ ডাঙৰীয়াৰ বহুতো বিশেষত্ব আছে যিবিলাকত যি কোনো

লোকেই আচৰিত হোৱা একেবাৰে স্বাভাৱিক। কিন্তু মোৰ কাৰণে আটাইতকৈ আচৰিত লগা কথা হ'ল মোক দিয়া দুটা বস্তুৰ কাৰণেহে। তেখেতে স্পষ্টভাৱে উল্লেখ কৰিবলৈ কোৱাত ইয়াতে কৰিলো। বস্তু দুয়োটা মোক দিয়াৰ পিচত মই প্ৰশ্ন কৰিলো, "চাৰ ! এই বস্তু কেইপদ লোৱাৰ মোৰ অধিকাৰ নাই। ইয়াৰ উত্তৰাধিকাৰী আপোনাৰ পুতেক —বোৱাৰীয়েক নাইবা দুগৰাকী জীয়াৰীয়েই নহয় জানো ?" বহুতৰে দুৰ্লভ আৰু বহুতৰে চিৰ আকাঙ্ক্ষিত সন্দিকৈদেৱে লাভ কৰা 'পদ্মভূষণ' উপাধিৰ কাৰণে পোৱা চনদখন আৰু দুটা স্বৰ্ণপদক মোকেই গতাই দিলে। উত্তৰত ক'লে—"মৰমৰ চিনস্বৰূপে এই দুয়োটা বস্তু মই তোমাক সংৰক্ষণ কৰিবলৈ ভাৰ দিলো।" ইয়াৰ পিচত মোৰ মুখৰ পৰা কোনো কথাই নোলাল। লগতে ইয়াকো ক'লে, "মই তোমাক ব্যক্তিগতভাৱে জৰ্জিয়াৰ আৰ্ট সম্বন্ধীয় এখন কিতাপ অলপতে দিম।" তেখেতৰ 'নৈষধ-চৰিত' আৰু 'যশস্তিলক' এই দুয়োখন পুথি মোক অন্ততঃ পাঁচ বছৰমানৰ আগতে উপহাৰস্বৰূপে দিছিল।

২২।১০।৭৪ তাৰিখে স্বৰ্ণপদক দুয়োটা মোক দিয়ে। ৬।৪।৭৫ তাৰিখে তেখেতে মোক 'পদ্মশ্ৰী' পাওঁতে পোৱা ৰূপৰ পদকটোও দি আৰু আচৰিত কৰি তুলিলে। ২৮।১১।৭৪ তাৰিখে তেখেতে মোক The art of Soviet Georgia নামৰ কিতাপখনি উপহাৰস্বৰূপে দি লিখিছে—

To Sriman Abdus Sattar with best wishes and blessings. 'তোমাক আশীৰ্বাদৰহে আৱশ্যক' বুলি মুখেৰেও ক'লে। সম্প্ৰতি ছপা হৈ থকা তেখেতৰ 'সেতুবন্ধ'ৰ সুদীৰ্ঘ পাতনিৰ (Introduction) ছপা হোৱা একাংশ ৪০ পৃষ্ঠালৈকে মই অধ্যয়ন কৰিবলৈ পোৱাত 'সেতুবন্ধ' নামৰ অধ্যায়টো লিখাত যথেষ্ট সহায় পালো।

ইয়াতে মই সন্দিকৈ ডাঙৰীয়াৰ বিশেষত্ব সম্বন্ধে আৰু এটা কথা লিখিব খুজিছো। আগতে উল্লেখ কৰি আহিছো যে ১৯৬৮ চনতে সন্দিকৈ ডাঙৰীয়াই মোৰ লগত কথা হৈ ঠিক কৰিলে যে ১৯৭১ চনৰ আগতে মই তেখেতৰ জীৱনী লিখা সম্বন্ধে কাকো ক'ব নোৱাৰিম আৰু

তেখেতেও কাকো নকয়। যেই কথা সেই কাম। অতি সহজে তিনিটা বছৰ পাৰ হৈ গ'ল। ময়ো কাকো কোৱা নাছিলো। তেখেতৰতো কথাই নাই। ইতিমধ্যে মই সন্দিকৈদেৱক বহুত বাৰ লগ কৰিলো। প্ৰায় প্ৰতি বাৰেই দেৰ ঘণ্টাৰ পৰা দুঘণ্টালৈকে কথাবাৰ্ত্তা পতা হয়। হঠাৎ '৭২ চনৰ ফেব্ৰুৱাৰী মাহৰ এটা দিনত তেখেতৰ পুত্ৰক শ্ৰীবিজয় কৃষ্ণ সন্দিকৈক লগ পালো যোৰহাটৰ আন এজন ব্যক্তিৰ লগত কথা পাতি থাকোতে বিষ্ণুৰাম বৰুৱা টাউন হলৰ সন্মুখৰ ৰেষ্টুৰেণ্ট, ইউনিয়ন ফাৰ্মাচিত। তেতিয়া ডেকা সন্দিকৈৰ লগত ভাল-বেয়া দু-আষাৰ কথা পতাৰ পিচত তেওঁ ক'লে, "আপুনি আমাৰ দেউতাৰ ওচৰলৈ কি কাৰণে যায় মই অলপ-অচৰপ ক'ব পাৰো। ইমান দিনে বহুতে মোক সোধে আৰু কয় যে আপুনি হেনো দেউতাৰ ওচৰত 'ক'ৰেইন লেংগুৱেজ' শিকে। মই কিন্তু কথাটো একেবাৰে নেজানো। অলপতে আমাৰ সেই কাম কৰা লৰাটোৱে ক'লে—আপুনি আহিলে বোলে দেউতাই তেওঁৰ পুৰণি কথাবোৰ কয়।" গতিকে মই নিজে ভাবি অভিভূত হওঁ যে নিজৰ একমাত্ৰ পুত্ৰককো দেখোন যে নিজৰ জীৱনী এজনক কৈছে তাক নিজ মুখেৰে নোকোৱাকৈ কথা ৰাখি নীৰৱে আছিল। ইফালে, পুত্ৰকৰো এইটো বিশেষত্ব যে দেউতাকৰ ওচৰলৈ এজন মানুহ প্ৰতি দুমাহে-তিনি মাহে দুই-তিন দিনকৈ অহা সত্ত্বেও কোনো এটা প্ৰশ্ন দেউতাকক সোধা নাছিল বা জানিবৰ কাৰণে কৌতূহল নজন্মিছিল। পিতা-পুত্ৰ দুয়োৰো কথা ভাবি মোৰ বৰ আচৰিত লাগে।

সকলো বিশেষত্বৰ ভিতৰত সন্দিকৈ ডাঙৰীয়াৰ নীৰৱ সাধনা আৰু নীৰৱ অধ্যয়নেই জীৱনজোৰা বিশেষত্ব। সন্দিকৈৰ এই নীৰৱ প্ৰকৃতিৰ সুবিধালৈয়ে মানুহেও নীৰৱে তেওঁৰ সম্বন্ধে গল্প-গুজব কৰে। কিন্তু এনেজন নীৰৱ সাধকৰ কাণত সেইবোৰ কথাই পৰশিব নোৱাৰে।

---

৩

# পিতৃ-পৰিচয়

কৃষ্ণকান্ত সন্দিকৈ হ'ল—ৰায়বাহাদুৰ দানবীৰ ৰাধাকান্ত সন্দিকৈৰ ৰৰ পুতেক। ৰাধাকান্ত সন্দিকৈ আছিল মেলেঙৰ সোণাৰাম জালভাৰী ফুকনৰ নাতিনিয়েক আৰু বোপাৰাম সন্দিকৈৰ প্ৰথমা ভাৰ্য্যা ৰবকুকৈৰ প্ৰথম সন্তান।

ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ জন্ম হয় জাঁজীৰ ওচৰৰ চেটীয়া গাঁৱত ১৮৪৭ চনত। তাৰ চুড়ামণি পঢ়াশালিৰ পৰা নিম্ন প্ৰাইমাৰী পাছ কৰি শিৱসাগৰ হাইস্কুলৰ পৰা ১৮৮১ চনত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। এণ্ট্ৰেন্স পাছ কৰি কলেজীয়া শিক্ষাৰ কাৰণে সন্দিকৈ কলিকতালৈ গৈ চিটি কলেজত নাম লগায়। তাৰ পৰাই ৰাধাকান্তই ১৮৮৩ চনত এফ-এ পাছ কৰে। বি-এ পঢ়োতে আৰ্থিক অৱস্থা বেয়া হোৱা কাৰণে তেওঁ চৰকাৰী চাকৰি বিচাৰে। গতিকে তেওঁ ১৮৮৭ চনত শ্বিলঙত থকা ডাইৰেক্টৰ অব লেণ্ড ৰেকৰ্ডচৰ অফিচত কেৰাণী কামত সোমায়। তাত কিছুদিন কাম কৰি সুখ্যাতি অৰ্জাৰ কাৰণে তেওঁক চৰকাৰে চাব-ডেপুটি কলেক্টৰৰ কামত নিয়োগ কৰে। ইয়াতো সুখ্যাতি অৰ্জন কৰি কাল-ক্ৰমত ১৯০৮ চনত তেওঁক এচিষ্টেণ্ট ডাইৰেক্টৰ অব লেণ্ড ৰেকৰ্ডচৰ কামত নিয়োগ কৰে। এইদৰে বিভিন্ন পৰ্য্যায়ৰ উচ্চ পদৰ চৰকাৰী চাকৰিত থাকি ১৯১৬ চনত সন্দিকৈয়ে অৱসৰ গ্ৰহণ কৰে।

সম্পূৰ্ণ চাহাবী চঙত চলা মানুহ আছিল—ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া। উচ্চপদস্থ ইংৰাজ চৰকাৰৰ চাকৰিয়াল আছিল কাৰণে তেওঁ বাইজৰ পৰা এটা খিতাপ পাইছিল "সন্দিকৈ চাহাব" বুলি।

ৰাধাকান্ত সন্দিকৈয়ে বি-এ জগন্নাথ বৰুৱাৰ লগলাগি তিকৰাল বাগান খোলে। দাতব্য গুণৰ কাৰণে এখেতক 'দানবীৰ' বুলি অভিহিত কৰা হয়। অসমীয়া জাতিৰ উন্নতিৰ কাৰণে এখেতে সদায় মুক্তহস্তে দান দিছিল।



অধ্যাপক নিৰ্মলকুমাৰ সিদ্ধান্ত ( ইউ জি চিৰ সদস্য ), বিশ্ববিদ্যালয় শিক্ষা আয়োগৰ সভাপতি ড° এচ ৰাধাকৃষ্ণণ, শ্ৰীকৃষ্ণকান্ত সন্দিকৈ আৰু অন্যান্যসকল—১৯৪৮



থিয় হৈ : ৰাধাকান্ত সন্দিকৈ, নাৰায়ণী সন্দিকৈ
বহিঃ : চন্দ্ৰকান্ত, ইন্দ্ৰকান্ত, শ্ৰীমতী অন্নদা, শ্ৰীলক্ষ্মীকান্ত, শ্ৰীকৃষ্ণকান্ত

সন্দিকৈ চাহাবে ১৮৯৭ চনত নাৰায়ণী সন্দিকৈ আইদেউক বিয়া কৰায়। এওঁলোকৰ মিলনত চাৰিটি পুত্ৰ আৰু এটি কন্যাৰ জন্ম হয়। পুত্ৰসকল হ'ল—যথাক্ৰমে শ্ৰীকৃষ্ণকান্ত সন্দিকৈ, শ্ৰীলক্ষ্মীকান্ত সন্দিকৈ, ৺চন্দ্ৰকান্ত সন্দিকৈ, ৺ইন্দ্ৰকান্ত সন্দিকৈ আৰু অন্নদা আইদেউ। দানবীৰ সন্দিকৈ ডাঙৰীয়াৰ দানৰ কাৰণে অসম সাহিত্য সভাই অকালতে বিয়োগ হোৱা গুণবান পুত্ৰ চন্দ্ৰকান্ত সন্দিকৈৰ স্মৃতি ৰক্ষাৰ্থে "চন্দ্ৰকান্ত সন্দিকৈ ভৱন" আৰু "চন্দ্ৰকান্ত অভিধান" লাভ কৰে। এখেতৰ সুযোগ্যা পত্নী নাৰায়ণী সন্দিকৈৰ নামেৰে গুৱাহাটিত পুৰাতত্ত্ব বিভাগৰ কাৰণে "নাৰায়ণী সন্দিকৈ বুৰঞ্জী ভৱন" এই সন্দিকৈ ডাঙৰীয়াৰ বদান্যতাৰ গুণতে লাভ হয়। আকৌ সন্দিকৈ ডাঙৰীয়াৰ দানৰ কাৰণেই গুৱাহাটীত অসমীয়া ৰাইজে লাভ কৰিলে—ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ।

অসমীয়াৰ সাংস্কৃতিক জীৱনত ৰাধাকান্ত সন্দিকৈৰ দান নিচেই কম নহয়। তেখেত আছিল অসম সাহিত্য সভাৰ এগৰাকী পৃষ্ঠপোষক। ১৮৮৮ চনত কলিকতাত জন্ম হোৱা অ: ভা: উ: সা: সভাৰ ৰাধাকান্ত সন্দিকৈদেৱ এজন জন্মদাতা নহ'লেও এই সভাৰ প্ৰজ্বলিত চৌকাত যথেষ্ট ইন্ধন যোগাইছিল। সন্দিকৈ ডাঙৰীয়াই ইংৰাজী কাকতত ইংৰাজী প্ৰবন্ধও লিখিছিল। সাহিত্য ভঁৰাললৈও ১৯১১ চনত "মূলা গাভৰু" নামেৰে এখন বুৰঞ্জীমূলক নাটক আগবঢ়ায়। ইয়াৰ বাহিৰেও পদাৰ্থ বিজ্ঞানৰ "পদাৰ্থ দৰ্শন" নামৰ এখন পঢ়াশলীয়া পুথি প্ৰকাশ কৰিছিল।

দানবীৰ সন্দিকৈ দেৱৰ মৃত্যু হয় ১৯৫২ চনৰ ২৬ জানুৱাৰী তাৰিখে।

---

৪

# মাতৃ-পৰিচয়

আগৰ অধ্যায়ত কৈ অহা হৈছে যে কৃষ্ণকান্ত সন্দিকৈৰ মাকৰ নাম আছিল নাৰায়ণী সন্দিকৈ। এওঁৰ জন্ম হয় ১৮৮২ চনত। এওঁ আছিল উত্তৰ লক্ষীমপুৰৰ ঘিণাৰাম বৰুৱাৰ জীয়েক আৰু প্ৰৱীণ সাহিত্যিক পদ্মনাথ গোঁহাঞি বৰুৱাৰ ভনীয়েক। নাৰায়ণী সন্দিকৈক দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে বিয়া কৰায়—১৮৯৭ চনত।

এওঁ আছিল অতি সৰল অমায়িক আৰু আদৰ্শ গৃহিণী। স্কুল-কলেজত শিক্ষা নোপোৱাকৈয়ে নিজৰ সৰবৰহী গুণেৰে সকলোকে আপোন কৰি ল'ব পাৰিছিল। নাৰায়ণী সন্দিকৈয়ে ১৯২৯ চনত গোলাঘাটত বহা অসম মহিলা সমিতিৰ সভানেত্ৰী হয়। অসমৰ পুৰাতত্ত্ব বিভাগৰ গবেষণাৰ কাৰণে তেওঁৰ স্বামীয়ে অসমবাসীক দিলে 'নাৰায়ণী সন্দিকৈ ভৱন'। সন্দিকৈ ডাঙৰীয়ানীয়ে ভালেমান জনহিতকৰ কাম কৰিছিল। দুখীয়া নিছলাক চিৰদিন সহায় কৰিছিল।

নাৰায়ণী সন্দিকৈ ঘৰুৱা সকলো কামতে পাকৈত আছিল। ঘৰ-বাৰীৰ নিজেই সকলো তত্ত্বাৱধান লৈছিল। ৰন্ধা-বঢ়াৰ উপৰিও তাঁত-শালত একাণপতীয়াকৈ লাগিছিল। গতিকে ফুলতী আৰু শিপিনী হিচাবে অতি কাজী তিৰোতা আছিল নাৰায়ণী সন্দিকৈ ডাঙৰীয়ানী।

তেওঁৰ স্বামী চাকৰিৰ কাৰণে বাহিৰত ঘূৰি ফুৰিব লগা হোৱাত বাগিছা চলোৱা কামতো পত্নী হিচাবে বাগান চলাব লগা হৈছিল আৰু হিচাবপত্ৰ ৰাখিছিল। স্কুল-কলেজত শিক্ষা নোপোৱা এগৰাকী মহিলাই সাংসাৰিক লেঠা-পিঠাৰ মাজেদি সমাজৰ নানাধৰণৰ কামত আত্মনিয়োগ কৰিব পৰাটো কম গৌৰৱৰ কথা নহয়। এই গৰাকী মাতৃয়েই সন্তানসকলৰ লিখা-পঢ়াৰ তত্ত্বাৱধান লৈছিল। অসমীয়াৰ কাৰণে অতি সুখ আৰু আনন্দৰ কথাযে এনে এগৰাকী নাৰীয়েই কৃষ্ণকান্ত সন্দিকৈৰ দৰে এজন কৃতী লোকক জন্ম দিলে।

১৯৩৮ চনৰ ২২ ডিচেম্বৰৰ দিনা এই গৰাকী আদৰ্শ মহিলাৰ মৃত্যু হয়।

---

## ৫

# ল'ৰালি কাল

কৃষ্ণকান্ত সন্দিকৈৰ জন্ম হয়—১৮৯৮ চনৰ জুলাই মাহৰ ২০ তাৰিখ বুধবাৰে দ্বিতীয়া শুক্লপক্ষত। সকতে তেওঁ প্ৰাইমাৰী স্কুলত নপঢ়াকৈয়ে একেবাৰে হাইস্কুলত নাম লগায়। তেওঁ যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৯১৩ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে আৰু প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰে। যোৰহাটৰ চৰকাৰী হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়ি থাকোতে যতীন্দ্ৰনাথ আচাৰ্য্য নামৰ এজন বঙালী শিক্ষক আছিল। তেওঁ আছিল মালদহৰ মানুহ। ইংৰাজী আৰু সংস্কৃতত তেওঁ বিশেষ পাৰ্গত আছিল। চেহেৰাও বৰ ধুনীয়া আছিল। ওখ-পাখ গৌৰবৰ্ণৰ লোক আছিল। মুখত আছিল একোছা ডাঢ়ি। তেওঁৰ পৰা ইংৰাজী আৰু বিশেষকৈ সংস্কৃত শিকিবলৈ সন্দিকৈয়ে বিশেষ সুবিধা পাইছিল। সন্দিকৈয়ে সংস্কৃত আৰম্ভ কৰোতে প্ৰথমে বৰ টান পাইছিল আৰু 'পাছমাৰ্ক' পোৱাই বৰ টান আছিল। এই যতীন্দ্ৰনাথ আচাৰ্য্য প্ৰায় তিনি বছৰ সন্দিকৈৰ ঘৰুৱা শিক্ষক আছিল। আচাৰ্য্যই সংস্কৃত পঢ়োৱাৰ পিছত তেওঁ সংস্কৃত ভাল কৈ আহিবলৈ ধৰিলে। এই প্ৰসঙ্গত তেওঁ কয় যে ইংৰাজীৰ পৰা কোনো এটা বাক্য সম্পূৰ্ণ শুদ্ধকৈ তেওঁ সংস্কৃতত অনুবাদ কৰিব পৰা নাছিল। The horse is in the pond এই বাক্যটো তেওঁ প্ৰথমে সম্পূৰ্ণ শুদ্ধকৈ অনুবাদ কৰি শিক্ষকক দেখুৱাইছিল। তেওঁৰ মতে সেইদিনাখনৰ পৰাই তেওঁ সংস্কৃতত ভালহে আহিবলৈ ধৰিলে আৰু তেওঁৰ কাৰণে সংস্কৃত শিক্ষাৰ এটা নতুন যুগৰ সূচনা হল। আচাৰ্য্য অৱসৰ লৈ যোৱাৰ পিছত মেট্ৰিক দিয়াৰ আগতে কৃষ্ণকান্তই—মেঘদূত, ৰঘুবংশ, কুমাৰ-সম্ভৱ, কলাপ ব্যাকৰণ আদি সংস্কৃত গ্ৰন্থ ভালকৈ পঢ়িব পৰা হয়। এই কাৰণেও যতীন্দ্ৰনাথৰ প্ৰতি সন্দিকৈ ডাঙৰীয়াই কৃতজ্ঞতা স্বীকাৰ কৰে।

কৃষ্ণ সন্দিকৈয়ে দশম মানত চুবল্লন পঢ়িব লগা হয় যিহেতু তেওঁৰ

১৬ বছৰ হোৱা নাছিল। সেই সময়ত ১৬ বছৰ নহ'লে কলিকতা বিশ্ববিদ্যালয়ে প্ৰবেশিকা পৰীক্ষা দিবলৈ নিদিছিল। গতিকে সেই দুবছৰৰ ভিতৰতে তেওঁ সংস্কৃত সাহিত্য বহলাই অধ্যয়ন কৰে।

সন্দিকৈ ডাঙৰীয়াৰ স্কুলত পঢ়ি থকা অৱস্থাত এটা বৰ ডাঙৰ ভয় আছিল যে তেওঁৰ দেউতাক ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই বেছি বয়সত বিয়া কৰিছিল কাৰণে তেওঁ আৰু ভায়েকহঁত সৰুহৈ থাকোতেই দেউতাক ঢুকাব আৰু তেওঁলোকৰ পঢ়া-শুনা নহ'ব। কাৰণ তেতিয়া বাগান লোৱা হোৱা নাছিল। কিন্তু ডেকা সন্দিকৈৰ ভবাৰ বিপৰীতে দেউতাকে বাগানো ল'লে আৰু তেওঁলোকৰ পঢ়া-শুনাতো কোনো ব্যাঘাত নজন্মিল। সন্দিকৈয়ে কোৱামতে দেউতাকক দেখা মনত থকাৰে পৰা তেওঁক আদহীয়া বয়সত দেখিছিল।

কৃষ্ণ সন্দিকৈৰ দিনত হাইস্কুলৰ মেট্ৰিকুলেচন পৰীক্ষাৰ পৰা কলেজৰ ডিগ্ৰী ক্লাচলৈকে কোনো অসমীয়া কিতাপ পাঠ্য হিচাবে পঢ়া নহৈছিল। কিন্তু স্কুলত থকা অৱস্থাতে তেওঁ প্ৰায়বিলাক অসমীয়া কিতাপ পঢ়ি লয়। আনকি, স্কুলীয়া জীৱনতে তেওঁ পঢ়ে—কুসুমকুমাৰী। সেই কিতাপখন তেওঁ যোৰহাটৰ মুকলি বজাৰৰ পৰা কিনি আনিছিল। সেই কিতাপত থকা কথা এষাৰ উল্লেখ কৰি সন্দিকৈয়ে বৰ আমোদ পাইছিল।

"আহোমৰ বল বাহুত, বঙালীৰ বল পেটত।"

---

৬

# কলেজীয়া ছাত্ৰৰূপে গুৱাহাটী আৰু কলিকতাত

সন্দিকৈ ডাঙৰীয়াই ১৯১৩ চনটো বৰ ভাল পায়। কাৰণ সেই বছৰ তেওঁ নিজে যোৰহাটৰ পৰা মেট্ৰিক পাছ কৰি কটন কলেজত নাম লগায়। সেই বছৰতে ডঃ বাণীকান্ত কাকতিয়ে কটন কলেজৰ পৰা আই-এ পৰীক্ষা পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰে। ইয়াৰ আগতে কোনো অসমীয়া ছাত্ৰই এনেদৰে স্থান লাভ কৰি উত্তীৰ্ণ হোৱা নাছিল। আকৌ সেই ১৯১৩ চনতে ডঃ সূৰ্য্যকুমাৰ ভূঞাই কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা ইংৰাজীত অনাৰ্চ লৈ বি-এ পাছ কৰি সেই কলেজৰ ইংৰাজীৰ এম-এ শ্ৰেণীত নাম লগায়।

ডঃ সূৰ্য্যকুমাৰ ভূঞাক সন্দিকৈ ডাঙৰীয়াই সদায় জ্যেষ্ঠ ভ্ৰাতৃৰ দৰে সন্মান কৰিছিল। ভূঞা ডাঙৰীয়াৰ আদেশ-উপদেশ তেওঁ সদায় গ্ৰহণ কৰিছিল। ডঃ ভূঞাৰ উপদেশ মতেহে সন্দিকৈয়ে কলিকতাৰ সংস্কৃত কলেজলৈ বি-এ পঢ়িবলৈ যায়। আনকি, ভূঞা ডাঙৰীয়াৰ লগতে তেওঁ কলিকতালৈ যায়। সংস্কৃত সাহিত্যৰ বিপুলতা সন্দিকৈ ডাঙৰীয়াৰ কলিকতাৰ সংস্কৃত কলেজৰ লাইব্ৰেৰী দেখিহে অনুমান হ'ল। এই লাইব্ৰেৰী দেখাৰ পৰাহে সংস্কৃত সাহিত্য শিকাৰ কাৰণে তেওঁৰ মনত এটা অনুপ্ৰেৰণা জাগিল। তদুপৰি সংস্কৃত কলেজত নাম লগোৱাৰ পৰা তেওঁৰ এটা বিশেষ উপকাৰ হৈছিল। তাত সংস্কৃতত অনাৰ্চ পঢ়াৰ বাহিৰেও সেই কলেজৰ টোল বিভাগত পণ্ডিতপ্ৰবৰ লক্ষ্মণ শাস্ত্ৰীৰ দৰ্শন ব্যাখ্যা শুনাৰ সুবিধা পাইছিল। সন্দিকৈয়ে কোৱামতে ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ কাৰণেই তেওঁৰ বিদেশী ভাষা শিকাৰ প্ৰতি ধাউতি জাগিল। সংস্কৃত কলেজত বি-এ পঢ়ি থাকোতেই ডঃ ভূঞাই সন্দিকৈক ফ্ৰেঞ্চ ভাষা শিকিবৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ৰ ফ্ৰেঞ্চ ক্লাচত

নাম লগাই দিয়ে। অৱশ্যে সন্দিকৈৰ পঢ়াৰ হেঁচা বেছি হোৱাত ফ্ৰেন্স পঢ়াত তেতিয়া মনোনিবেশ কৰিব নোৱাৰিলে।

কিন্তু এইটো ঠিকযে সন্দিকৈ ডাঙৰীয়াক বিদেশী ভাষা শিকাৰ প্ৰতি আকৃষ্ট কৰায় একমাত্ৰ সূৰ্য্যকুমাৰ ভূঞাদেৱেই। ডঃ ভূঞাই এইদৰে ছাত্ৰ সন্দিকৈক উদগাই নথকা হ'লে কেতিয়াও হয়তো পৃথিবীৰ বিভিন্ন ভাষা তেওঁৰ দ্বাৰা শিকা ন'হলহেঁতেন। এই কথাষাৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই নিজে কোৱা কথা। যদিও তেতিয়া তেওঁ পঢ়িবলৈ এৰিলে তথাপি তেতিয়াৰ পৰাই তেওঁ পালি পঢ়িবলৈ ধৰে। কাৰণ সংস্কৃত জানিলে পালি শিকা সহজহৈ পৰে।

এই সংস্কৃত কলেজৰ পৰাই ১৯১৭ চনত সংস্কৃতত প্ৰথম শ্ৰেণীৰ অনার্চ লৈ তেওঁ বি-এ পাছ কৰে। ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতৰ বৈদিক শাখাত প্ৰথম শ্ৰেণী লাভ কৰি এম-এ পাছ কৰে। সংস্কৃত কলেজৰ পৰা বি-এ পাছ কৰোতে তেওঁ প্ৰসন্ন কুমাৰ সৰ্বাধিকাৰী সোণৰ পদক পায় আৰু বৃত্তিও লাভ কৰে।

কলিকতাত সংস্কৃতত এম-এ পঢ়োতে নিজে তেওঁ লেটিন ভাষাও শিকিবলৈ আৰম্ভ কৰে। তেওঁ যেতিয়া বৈদিক গ্ৰুপত এম-এ পঢ়ি আছিল—সেই সময়ত তেৱেঁই একমাত্ৰ সেই বিষয়ৰ ছাত্ৰ আছিল। সেই সময়ত চাৰ আশুতোষ মুখাৰ্জীয়ে বেদ পঢ়াবৰ কাৰণে মহাৰাষ্ট্ৰীয় পণ্ডিত মহামহোপাধ্যায় সীতাৰাম শাস্ত্ৰীক অধ্যাপক কৰি আনিছিল। এই গৰাকী পণ্ডিতৰ ওচৰত দুবছৰ কাল বিশ্ববিদ্যালয়ৰ শ্ৰেণীত পঢ়াৰ উপৰিও তেওঁৰ ঘৰত গৈ দিনে দুই-তিনি ঘণ্টাকৈ নৈষ্ঠিক ৰীতিমতে তেওঁৰ পাদমূলত বহি অধ্যয়ন কৰিছিল আৰু সন্দিকৈয়ে বৈদিক সাহিত্য যি জানে তেওঁৰ পৰাই শিকিছিল। এই বিষয়ে জীৱনটোত কৃতজ্ঞতা পাশত তেখেতৰ ওচৰত আৱদ্ধ হৈ আছে। অৱসৰ লোৱাৰ পিচত ১৯৬৮ চনত এইজনা পণ্ডিতৰ মৃত্যু হয়।

১৯১৭ চনত সন্দিকৈ ডাঙৰীয়াই বি-এ পাছ কৰি এম-এ শ্ৰেণীত ভৰ্তি হয়। এই বিষয়ে তেওঁ নিজে কোৱা গোটাদিয়েক কথা তলত তুলি দিয়া হ'ল—

"সেই বছৰ এম-এ শ্ৰেণীত সংস্কৃত পঢ়াবৰ কাৰণে বঙ্গদেশৰ বাহিৰৰ পৰা দুজন ডাঙৰ পণ্ডিত অনা হৈছিল। বেদ পঢ়াবলৈ মহাৰাষ্ট্ৰৰ পৰা স্বৰ্গীয় পণ্ডিত সীতাৰাম শাস্ত্ৰী আহিছিল। বাস্তৱতে সংস্কৃতৰ সকলো বিভাগতে তেওঁৰ অগাধ পাণ্ডিত্য আছিল। সেই বছৰ সংস্কৃতৰ এম-এ শ্ৰেণীৰ বৈদিক শাখাত মোৰ বাহিৰে আন ছাত্ৰ নাছিল। কোনো কোনো বিষয় শাস্ত্ৰীদেৱে মোক অকলে পঢ়াব লগা হৈছিল। সংস্কৃতৰ প্ৰতি মোৰ আগ্ৰহ দেখি তেওঁ মোক পৰীক্ষাৰ পাঠ্যক্ৰমত নথকা কিছুমান গুৰুত্বপূৰ্ণ গ্ৰন্থ তেওঁৰ ঘৰত গৈ পঢ়িবলৈ উপদেশ দিয়ে। এইদৰে প্ৰায় দুবছৰকাল সদায় ৰাতিপুৱা দুঘণ্টামান তেওঁ মোক বেদ আৰু দৰ্শন পঢ়াইছিল। তেওঁ পুৰণি ধৰণে থকা মানুহ আছিল। কলিকতাৰ মেছুৱা বজাৰৰ মাৰোৱাৰী আবাস এটাৰ কোঠা এটা ভাড়া কৰি আছিল। কোঠাটোৰ মাজে মাজে এখন আৰু কাপোৰ ওৰি তাৰ একালে সপৰিয়ালে আছিল আৰু আনকালে মানুহৰ লগত দেখা-সাক্ষাৎ কৰিছিল। তেওঁৰ থকা ঠাইত চকী-মেজৰ ব্যৱস্থাৰ নাছিল। তেওঁ এখন কাঠৰ ওপৰত বহিছিল আৰু মই তেওঁৰ ওচৰতে আন এখনত বহি তেওঁ সৰল সংস্কৃতত কৰা ব্যাখ্যানাৱলীক মনোযোগেৰে শুনিছিলো। ইয়াৰ বহুত দিনৰ পিছত ইউৰোপৰ পৰা ঘূৰি আহি যেতিয়া মই সংস্কৃত সাহিত্যৰ ধাৰাবাহিক অধ্যয়ন আৰম্ভ কৰো তেতিয়া মহানুভৱ শাস্ত্ৰীদেৱে বিতৰণ কৰা বিদ্যাৰ পৰা যথেষ্ট সহায় পাইছিলো।"

কৃষ্ণ সন্দিকৈ বি-এ পঢ়িবৰ কাৰণে কলিকতাৰ চৰকাৰী সংস্কৃত কলেজত ভৰ্ত্তি হওঁতে তাৰ অধ্যক্ষ আছিল আন্তৰ্জাতিক খ্যাতিসম্পন্ন মহামহোপাধ্যায় ডঃ সতীশচন্দ্ৰ বিদ্যাভূষণ। স্কুলত থাকোতেই সন্দিকৈয়ে এই গৰাকী পণ্ডিত ব্যক্তিৰ নাম শুনিছিল আৰু বিদ্যাভূষণৰ দুই এটা প্ৰবন্ধও পঢ়িছিল। তেতিয়াৰ পৰাই তেওঁক চাবলৈ হেপাহ কৰিছিল। বিদ্যাভূষণ ডাঙৰীয়াই কলেজত একো নপঢ়াইছিল। কেৱল একমান বজাত আহি অফিচৰ কাম কৰিছিল আৰু নিজৰ গৱেষণাত আছিল। সেই সময়ৰ বঙ্গৰ ইংৰাজ শিক্ষাধিকৰ্ত্তা আছিল মিঃ হৰ্নেল চাহেব। তেওঁ নিজে এজন ভাল পণ্ডিত লোক আছিল আৰু ডঃ বিদ্যাভূষণৰ প্ৰতি

গভীৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল। আনকি, বিদ্যাভূষণৰ History of Indian Logic বোলা কিতাপখন কলিকতা বিশ্ববিদ্যালয়ে ছপাই উলিয়াওঁতে তাৰ আৰ্হিকাকত মিঃ হৰ্ণেলে চাইছিল।

এদিন হৰ্ণেল চাহেবে কলেজ পৰিদৰ্শনলৈ আহোতে অধ্যক্ষই শ্ৰেণীবোৰ দেখুৱাই ফুৰিছিল, "কিন্তু আমাৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীটো কি শ্ৰেণী অধ্যক্ষই ক'ব নোৱাৰাত চাহেবে মিচিক কৰে হাঁহে আৰু শ্ৰেণী-টোৱে বৰ আমোদ পায়।"

সন্দিকৈ এই সংস্কৃত কলেজত পঢ়া কালত ভাৰত বিখ্যাত নেতা চাৰ শঙ্কৰণ নায়াৰ তেতিয়াৰ ভাইচৰয়ৰ একজিকিউটিভ কাউন্সিলৰ সভ্য আছিল। এৰেঁই ৰাওলাট এক্টৰ প্ৰতিবাদ কৰি কাম ইস্তফা দিয়ে। তেওঁ এবাৰ সংস্কৃত কলেজ চাবলৈ আহোঁতে তেওঁক কলেজত এখন সভা পাতি অভ্যৰ্থনা জনোৱা হয় আৰু পণ্ডিতসকলে সংস্কৃতত অভিনন্দন পাঠ কৰে। "তেওঁ এটা বক্তৃতা দিব বুলি ছাত্ৰসকলে আশা কৰিছিল, কিন্তু তেওঁ একো নকৈ—'I thank you, gentlemen' বুলি গুচি আহিল। সম্ভৱতঃ সংস্কৃতত লিখা স্তুতি-বন্দনাবোৰ তেওঁ ভাল নেপাইছিল। তোষামোদ ভাল নোপোৱা ভাবহে যেন তেওঁ দেখুৱাই-ছিল—এনেহে লাগিছিল।"

প্ৰসঙ্গক্ৰমে সন্দিকৈয়ে কৈছিল যে কলিকতাত পঢ়োতে তেওঁ বঙালীৰ প্ৰধান প্ৰধান নাটকবোৰৰ অভিনয় চাবলৈ সুবিধা পাইছিল। এই প্ৰসঙ্গতে তেওঁ কয়, "তেতিয়া কলিকতাৰ বিখ্যাত নাট্যশালাবিলাকত ঐতিহাসিক আৰু ধৰ্মমূলক নাটকৰ অভিনয়ৰ প্ৰাধান্য আছিল। ঐতি-হাসিক নাটকৰ ভিতৰত উল্লেখযোগ্য দ্বিজেন্দ্ৰলাল ৰায়ৰ 'সাজাহান,' 'চন্দ্ৰগুপ্ত', 'মেৱাৰপতন', সিংহলবিজয়', ( বাস্তৱতে ৰোমান্টিক ) আৰু তাৰ আগৰ পুৰণি নাটক 'ৰেজিয়া'। ধৰ্মমূলক নাটকৰ ভিতৰত উল্লেখযোগ্য গিৰীশ ঘোষৰ 'বিল্বমঙ্গল', 'শঙ্কৰাচাৰ্য্য' আৰু সেই সময়ত প্ৰকাশ পোৱা অভিনেতা অপৰেশ মুখাৰ্জীৰ 'ৰামানুজ'। কিন্তু ধৰ্মমূলক নাটকৰ ভিতৰত আটাইতকৈ জনপ্ৰিয় আছিল 'জয়দেৱ'। ইয়াতে মই গীতগোবিন্দৰ কিছুমান সংস্কৃত গান প্ৰথমে গোৱা শুনি মুগ্ধ হৈছিলো।

এগৰাকী কম বয়সীয়া অভিনেত্ৰীয়ে শ্ৰীকৃষ্ণৰ ভাওত এই গানবিলাক শুদ্ধ উচ্চাৰণেৰে সুৰ লগাই গাইছিল। যেনে—"নামবামেতং কৃতসংকেতং বাদয়তে মৃদুবেণুং", "মুখৰমধীৰং ত্যজ মঞ্জীৰং ৰিপুমিব কেলিষু লোলং" ইত্যাদি। জয়দেব নাটক মই অনেকবাৰ চাইছিলো। 'যেদিন সুনীল জলধি হইতে উঠিল জননী ভাৰতবৰ্ষ' আৰু 'বৰষা আইল ঘন ঘোৰ মেঘে দশ দিক তিমিৰে আঁধাৰি' এই গান দুটা শুনিবলৈ মই সিংহল-বিজয় নাটকো কেবাবাৰো চাইছিলো। দ্বিতীয় গানটো বাংঃ দুইমান বজাত কেৱল ক্লেৰিনেটৰ লগত নাটকখনৰ অন্তমে নায়িকা লীলাই নিবাত-নিষ্কম্প নিস্তব্ধতাৰ কেন্দ্ৰীভূত হৈ গহীন সুৰেৰে গাইছিল। সেই সময়ত বঙ্গীয় নাট্যশালাত সামাজিক নাটকৰ প্ৰতিপত্তি নাছিল। দ্বিজেন্দ্ৰলালৰ 'বঙ্গনাৰী'ৰ অভিনয় মাজে মাজে হৈছিল, কিন্তু সামাজিক সমস্যামূলক নাটকৰ অভিনয় দেখা নাছিলো। অমৃতলাল বসুৰ ব্যঙ্গ-চিত্ৰ 'খাসদখল'ৰ অভিনয় অতি উপাদেয় আছিল। ইয়াৰ বাহিৰেও বঙ্কিমচন্দ্ৰৰ কোনো কোনো উপন্যাসৰ নাটকীয় ৰূপৰ অভিনয়ে নাট্য-শালাবিলাকৰ মৰ্যাদা বঢ়াইছিল। যেনে, 'দুৰ্গেশনন্দিনী', 'কপালকুণ্ডলা' আৰু 'চন্দ্ৰশেখৰ'। ক্ষীৰোদপ্ৰসাদৰ 'আলিবাবা', 'কিন্নৰী' আদি নাটিকাৰ অভিনয়ে নৃত্যগীতৰ যোগান ধৰিছিল। 'হিৰণ্ময়ী', 'বাসন্তী' আদি লঘু নাটিকাৰ অভিনয়ো চলিছিল। সম্ভৱতঃ অসমীয়াত কোনো সমৃদ্ধিশালী নাট্য সাহিত্য নথকাত বঙালী নাট্য সাহিত্যৰ প্ৰতি আমি এইদৰে আকৃষ্ট হৈছিলো।"

সন্দিকৈয়ে আৰু কয়, "তেতিয়া কলিকতাৰ বঙালী নাট্যশালাবিলাকে অনেক সময়ত একাধিক নাটকৰ অভিনয় কৰি ৰাতি পুৱাই দিছিল। তেতিয়া কলিকতাত এবাৰ কথা প্ৰচলিত আছিল বোলে অভিনয় চাই একেবাৰে গঙ্গাস্নান কৰি আহিব লাগে। কেতিয়াবা আকৌ ৰাতি ২।৩ বজাত অভিনয় ভাগি মানুহক অসুবিধাত পেলাইছিল। মুঠতে তেতিয়া কলিকতাত দুই এজনে লগলাগি অভিনয় চোৱাটোহে নিৰাপদ প্ৰথা আছিল। সৌভাগ্যবশতঃ অভিনয় চাবলৈ লগ সহজে পোৱা গৈছিল।" এই প্ৰসঙ্গতে আকৌ কয় 'চন্দ্ৰগুপ্ত' নাটকত চাণক্যৰ ভাওত

বিখ্যাত অভিনেতা দানী বাবুক ( সুৰেন্দ্ৰনাথ ঘোষ ) দেখে। স্কুলত থাকোতে তেজপুৰত থকা নিছাদেৱেক ( মোমায়েক ) পদ্মনাথ গোহাঞি বৰুৱাৰ ঘৰত থাকোতে তাৰ বাণ ষ্টেজত 'চন্দ্ৰগুপ্ত' অসমীয়াত অনুবাদ কৰি অভিনয় কৰে। "ইয়াতো হেলেনৰ ভাওত ৰাধিকা বৰুৱাই সুন্দৰ অভিনয় কৰিছিল। কাত্যায়নৰ ভাও লৈছিল চন্দ্ৰনাথ শৰ্ম্মাই ( পিচত তেজপুৰৰ প্ৰবীণ উকীল )। আটাইতকৈ স্মৰণীয় ভাও কৰিছিল—চাণক্যৰ ভাওত বোধনাথ পটঙ্গীয়াই"। "মই পাচত কলিকতাত চাণক্যৰ ভাওত বিখ্যাত বঙালী অভিনেতা দানীবাবুৰ ( সুৰেন ঘোষ ) অভিনয় দেখিছিলো। পটঙ্গীয়াৰ অভিনয় কোনো ৰকমে হীন নাছিল। অৱশ্যে পটঙ্গীয়াই কলিকতাত পঢ়োতে দানীবাবুৰ অভিনয় নিশ্চয় দেখিছিল আৰু তাৰ পৰা উপযোগী ইঙ্গিত পাইছিলও। কিন্তু চাণক্যৰ ভাওত দানী বাবুতকৈ পটঙ্গীয়াক বেছি শুৱাইছিল। দানীবাবু মানুহজন শকত-আৱত আৰু পৰিষ্কাৰ বৰণৰ আছিল। পটঙ্গীয়া ওখ, ক্ষীণ আৰু কৃষ্ণ বৰ্ণৰ আছিল। চাণক্যক অপমান কৰাৰ পাচত তেওঁৰ ক্ৰোধ মূৰ্তিৰ ভয়াবহ দৃশ্য পটঙ্গীয়াই বেছি ভালকৈ ফুটাই তুলিব পাৰিছিল। দুৰ্ভাগ্যবশতঃ ইয়াৰ কেইবছৰমানৰ ভিতৰতে পটঙ্গীয়াৰ ক'লাজ্বৰহে অকালতে মৃত্যু হয়। তেওঁৰ মৃত্যুত অসমে এজন উঠি অহা ওখ থাপৰ অভিনেতা হেৰুৱালে। বোধনাথ পটঙ্গীয়াৰ ভায়েক সোমনাথ পটঙ্গীয়াৰ লগত মোৰ বন্ধুত্ব আছিল। তেওঁ কলেজত মোতকৈ এক শ্ৰেণীৰ ওপৰত পঢ়িছিল।"

সন্দিকৈ ডাঙৰীয়াই চিনেমা চাই ভাল নেপাইছিল। কেৱল কলিকতাত এবাৰ শ্বেক্সপীয়েৰৰ 'মেক্‌বেথ' চাইছিল। তেতিয়াৰ চিনেমা আছিল 'বাইস্কপ্'। পেৰিচত মাত্ৰ এখন চাইছিল—পিয়েৰ বেনোৱা প্ৰণীত কেনিক্সমাৰ্ক' ( Koenigsmark ) নামৰ ফৰাচী উপন্যাসৰ নাটকীয় ৰূপ।

**অভিনয় প্ৰসঙ্গ :**—সন্দিকৈ ডাঙৰীয়াক স্কুলীয়া জীৱনত অভিনয় চোৱা সম্বন্ধে প্ৰশ্ন সোধা হৈছিল। তাৰ উত্তৰত তেখেতে যেনেভাৱে কৈছিল ঠিক তেনেভাৱেই দিয়া হ'ল।

"আমি স্কুল-কলেজত পঢ়োতে যোৰহাটত ওখ-খাপৰ অভিনয় দেখা নাছিলো। সাধাৰণতে মেঘনাদ বধ, পাৰ্থ-পৰাজয় আদি পৌৰাণিক নাটকৰ অভিনয় হৈছিল। গোস্বামি বৰুৱাৰ কোনো নাটকৰ অভিনয় দেখা মোৰ মনত নপৰে। পিচতহে ছাত্ৰসকলে 'টেটোন তামুলী' অভিনয় কৰিছিল। মই স্কুলত থাকোতে চন্দ্ৰধৰ বৰুৱাৰ 'ভাগ্য পৰীক্ষা' ওলায় আৰু তাৰ ভাল অভিনয় হৈছিল। নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ সামাজিক নাটক 'গৃহলক্ষ্মী'বো অভিনয় হোৱাহে এবাৰ দেখিছিলো। আবকাৰী বিভাগৰ অধীক্ষক পমপু সিঙৰ (তেওঁ তেতিয়া যোৰহাটত আছিল।) নাট্য-গীত প্ৰধান 'পাৰিজাত' নাটকৰ অভিনয়ো হোৱা মনে এবাৰ দেখিছিলো। এই নাটকখন সাধকৰো ছপা নহ'ল। কিন্তু তাৰ এটা গানৰ এটা শাৰী এতিয়াও মোৰ মনত আছে।

'জিলিকিছে আজি তাৰকা ৰাজি
আন্ধাৰ নিশাৰ সোণালী সাজি।'

১৯১৩ চনত আমি মেট্ৰিক পৰীক্ষাৰ্থীসকলে 'পাৰ্থ পৰাজয়' নাটকৰ অভিনয় কৰিছিলো। মই যিমানদূৰ জানো যোৰহাটত ছাত্ৰই ৰাজহুৱা ৰঙ্গমঞ্চত অভিনয় কৰা সেইবাৰেই প্ৰথম। ইয়াৰ পিচত আমি কলেজত থাকোতে গৰম বন্ধত ঘৰলৈ আহোতে যোৰহাটত আনন্দৰাম বৰুৱা স্মৃতি-সভা পাতিছিলো। সেইদিনা গধূলি ছাত্ৰসকলে অভিনয় কৰা প্ৰথা আছিল।"

ইয়াতে শ্ৰীসন্দিকৈক এটা প্ৰশ্ন সোধা হৈছিল। "আপুনি কিবা অভিনয় কৰিছিল নে কি?" তাৰ উত্তৰত তেখেতে কৈছিল, "মই মেনেজাৰী কৰিছিলো আৰু আৰম্ভকমতে 'প্ৰম্পট' কৰিছিলো। কোনোবা এবাৰ দূতৰ হঠাৎ অভাৱ হোৱাত মই কিতাপখন দলিয়াই পেলাই ষ্টেজৰ মাজেদি দুৰ্য্যোধন হাত আগবঢ়াই কৈ দিলো—'কিবা আজ্ঞা মহাৰাজ!'

মই আই-এ পঢ়োতে কটন কলেজ হোষ্টেলত এবাৰ ভাল অভিনয় দেখিছিলো। অধ্যক্ষ চুডমাৰ্চনৰ বিশেষ অনুমতি লৈ সেইবাৰ ছাত্ৰ-সকলে 'জয়মতী' আৰু ইংৰাজীত 'জুলিয়াচ চিজাৰ'ৰ অভিনয় কৰিছিল।

'জয়মতী'ৰ ভাওত সুন্দৰ অভিনয় কৰিছিল তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ৰাধিকাপ্ৰসাদ বৰুৱাই (তেওঁ পাচত বেঙ্ক ডাইৰেক্টৰ হয়)। কিন্তু আটাইতকৈ উৎকৃষ্ট অভিনয় কৰিছিল ল'ৰা ৰজাৰ ভাওত নগাৱঁৰ জগত বেজবৰুৱাই। বোধনাথ পটঙ্গীয়াৰ 'চাণক্যৰ' অভিনয়ৰ বাহিৰে মই ইমান ভাল অসমীয়া অভিনেতা দেখা নাছিলো। শেক্সপীয়েৰৰ ইংৰাজী নাটকৰ অভিনয় শিক্ষা দিছিল অধ্যাপক পি-চি ৰায়ে। তাতো চিজাৰৰ ভাওত ৰাধিকা বৰুৱাৰ অভিনয় সুন্দৰ হৈছিল। এণ্টনিৰ ভাও লৈছিল—গোপীনাথ বৰদলৈয়ে। তেওঁ সেইবাৰ কলিকতাত এম-এ পৰীক্ষা দি আহিছিল আৰু ছাত্ৰসকলে অনুৰোধ কৰাত অভিনয়ত যোগ দিছিল।"

ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰসঙ্গত সন্দিকৈ ডাঙৰীয়াই এটা কথা কৈছিল। ডঃ ভূঞাৰ ১৯১৬ চনত মহামতি গোপালকৃষ্ণ গোখ্‌লে ছপা হৈ ওলায়। সেই জীৱনী পুথিখনৰ পাতনিত ডঃ ভূঞাই সন্দিকৈৰ বিষয়ে অতিৰঞ্জিতকৈ লেখা কাৰণে তেওঁ বৰ বেয়া পাইছিল। শাৰীটো আছিল এই, "এই পৰিবৰ্দ্ধন কাৰ্য্যত আমাৰ সাহিত্য আকাশৰ উঠি অহা উজ্জ্বল তৰা স্নেহাস্পদ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈৰ পৰা বিশেষ সহায় পোৱা গৈছে।" ইয়াত **"সাহিত্য আকাশৰ উঠি অহা উজ্জ্বল তৰা"** বোলা কথাটোতে সন্দিকৈয়ে বৰ বেয়া পাইছিল। অথচ, সন্দিকৈয়ে কোৱামতে ডঃ ভূঞা আছিল তেওঁৰ Friend, philosopher and guide। ১৯১৫-১৬ চনত সন্দিকৈক তেওঁ সহায় কৰিছিল আৰু আদেশ-উপদেশ দিছিল—ফুৰা-চকাও একেলগে কৰিছিল। কেউপিনৰ সকলো খবৰ ভূঞাই ৰাখিছিল বহুত খবৰ ভূঞাৰ পৰাই তেওঁ পাইছিল। সেই তেতিয়াই ভূঞা ডাঙৰীয়াই তেওঁৰ 'নিৰ্ম্মালি'ৰ বহুত কবিতা লিখিছিল। তেতিয়া প্ৰেচিডেন্সি কলেজৰ ভাৰত বিখ্যাত ইংৰাজী অধ্যাপক (অক্সফোৰ্ডৰ গ্ৰেজুৱেট) মনোমোহন ঘোষৰ সম্পৰ্কে ডঃ ভূঞাৰ মুখৰ পৰাই শুনে আৰু ঘোষৰ গ্ৰীক্ ভাষাৰ পাণ্ডিত্যৰ সম্পৰ্কেও তেতিয়াই তেওঁৰ পৰা শুনিবলৈ পায়। গতিকে ডঃ ভূঞালৈ গোটেই জীৱনেই তেওঁ সম্মান আৰু শ্ৰদ্ধা ৰাখে।

মহামতি গোপালকৃষ্ণ গোখলেই ফ... ন কলেজৰ পৰা অৱসৰ ল'বৰ সময়ত দিয়া বক্তৃতাটো শ্ৰীসন্দিকৈয়ে ভাঙনি কৰে আৰু সেই বক্তৃতাটোকে ডঃ সূৰ্য্য ভূঞাই তেওঁৰ 'মহামতি গোপালকৃষ্ণ গোখলে" নামৰ পুথিৰ পৰিশিষ্টত ছপা কৰে।

ছাত্ৰ অৱস্থাৰ পৰা আৰু আন এগৰাকী সুযোগ্য লোকৰ পৰা সন্দিকৈ ডাঙৰীয়াই বিশেষ অনুপ্ৰেৰণা পাইছিল—তেখেত হৈছে স্বনামধন্য নবীনচন্দ্ৰ বৰদলৈ। উচ্চ শিক্ষাৰ কাৰণে বৰদলৈদেৱে সন্দিকৈক সদায়ে উৎসাহ প্ৰদান কৰিছিল সন্দিকৈৰ মতে তেওঁৰ মনটোক তেখেতে সদায় ওপৰলৈ তুলি দিছিল। বৰদলৈ ডাঙৰীয়াৰ ব্যক্তিত্বত তেওঁ মুগ্ধ হৈছিল। গতিকে বিলাতলৈ যোৱাৰ আগতে সন্দিকৈ ডাঙৰীয়াই নবীন বৰদলৈদেৱক লগ ধৰি আদেশ-উপদেশ লৈ গৈছিল।

তৃতীয় গৰাকী ব্যক্তি হ'ল—ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা। বেজবৰুৱাই গুৱাহাটীত আই-এ পঢ়োতে সন্দিকৈ ডাঙৰীয়ালৈ বৰ দীঘল দীঘল ইংৰাজীত চিঠি দি উৎসাহ-উদ্‌গণি দিছিল। তেওঁ মাজে সময়ে বাঁহীত লেখা কাৰণে বেজবৰুৱাই সদায় উৎসাহ প্ৰদান কৰি চিঠি দিছিল। সন্দিকৈ ডাঙৰীয়াইও বেজবৰুৱাদেৱৰ ইংৰাজী চিঠি পঢ়িবলৈ বৰ আগ্ৰহ কৰিছিল যিহেতু তেওঁ বৰ সুন্দৰ ইংৰাজীত চিঠি লিখিছিল। সেই কাৰণে বেজবৰুৱাৰ দীঘলীয়া ইংৰাজী চিঠিবোৰ তেওঁ বৰ ভাল পাইছিল।

গুৱাহাটীৰ কটন কলেজৰ কথা উল্লেখ কৰি কৈছিল—: এতিয়াৰ দিনত কটন কলেজত অসমীয়া পঢ়াবলৈ কোনো 'ক'চ' নাই আৰু অসমীয়াৰ কোনো অধ্যাপকো নাই।

কিছুমান দিন প্ৰথম বাৰ্ষিক শ্ৰেণীত (১৯১৩) কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষক লক্ষ্মীনাথ শৰ্মাদেৱ সপ্তাহত এদিনকৈ কথা-বতৰা পাতিবলৈ আহে। এয়ে ক্লাচ। ১য় বাৰ্ষিকত আইনজীৱী সত্যনাথ বৰা ডাঙৰীয়া অংশকালীন অধ্যাপক ( Part-time Lecturer ) নিযুক্ত হয় আৰু সপ্তাহত এদিনকৈ অসমীয়া ব্যাকৰণৰ বিষয়ে বক্তৃতা দি যায়। ব্যাকৰণ আৰু ৰচনাৰ মাহে মাহে পৰীক্ষা লৈছিল কিন্তু কোনো পাঠ্য নাছিল। সন্দিকৈয়ে এবাৰ এখন ৰচনা লিখিছিল দহ বাৰ

শাৰীৰ। গতিকে বৰা ডাঙৰীয়াই ইংৰাজীৰে লিখি দিছিল—'Learn to expand' ( বহলাবলৈ শিকিবা )।

শৰ্মা ডাঙৰীয়া আছিল আন ধৰণৰ মানুহ। গতিকে তেওঁ কথা-বাৰ্তা পাতি গুচি যায়। কিন্তু বৰা আছিল বৰ গহীন আৰু ছাত্ৰই বৰ ভয় কৰিছিল। তাত তেতিয়া দিয়া বক্তৃতাকে ভিত্তি কৰি পিচত সত্যনাথ বৰা ডাঙৰীয়াই 'বহল ব্যাকৰণ' লিখে। সেই সময়ত কটন কলেজৰ হাতে লিখা আলোচনী ওলায়—'সেউতী'। সেউতীতে সন্দিকৈয়ে দণ্ডীনাথ কলিতা আৰু শৈলধৰ ৰাজখোৱাৰ কবিতা প্ৰথমে পঢ়িবলৈ পায়।

সেই সময়ছোৱাত অসমীয়া ভাষা আৰু সাহিত্য শিকাৰ একমাত্ৰ উপায় আছিল উষা, বাঁহী আৰু ডিব্ৰুগড়ৰ পৰা ওলোৱা 'আলোচনী'। ইয়াৰ ভিতৰত 'উষা' আছিল বৰ গহীন কিন্তু নিয়মমতে নোলাইছিল। কিন্তু বাঁহী আছিল আটাইতকৈ লোকপ্ৰিয়। বাঁহীত তেতিয়া বেজবৰুৱাৰ নিজৰ ৰসাল ৰচনাৰ উপৰিও ৰজনীকান্ত বৰদলৈৰ 'আত্মবিনোদক থিয়েটাৰৰ দল' প্ৰথমে বাঁহীতে পঢ়ে আৰু ইয়াৰ বাহিৰেও সন্দিকৈয়ে নিজে বঙালী কাগজ কিনি মাহেকীয়া বঙালী আলোচনী 'সাহিত্য', 'অৰ্চনা' আৰু 'আৰ্য্যৱৰ্ত্ত'ও পঢ়ে। এই আলোচনীসমূহৰ পৰাই তুলনা-মূলকভাৱে আধুনিক অসমীয়া সাহিত্যৰ তেতিয়াৰ ভাব-গতি বুজে—অৱশ্যে স্কুলত থকা কালতেই। পদ্মধৰ চলিহা আৰু সূৰ্য্যকুমাৰ ভূঞা আদিয়ে সেই সময়ৰ আলোচনীসমূহত লিখিছিল। অৰ্থাৎ, তেওঁলোকৰ লেখা প্ৰায়ে ওলাইছিল।

৺লক্ষ্মীনাথ ফুকনক সন্দিকৈয়ে মেট্ৰিক দিয়াৰ আগতে লগ পায় আৰু ফুকনৰ লগত তেতিয়াৰ পৰাই বন্ধুত্ব হয়। সেই সময়ত তেওঁৰ প্ৰথম গল্প—'ছদ্মবেশী' আৰু কবিতা 'নলিনী' বাঁহীত ওলায়। সেই স্কুলীয়া দিনৰে পৰা ফুকনৰ লগত সন্দিকৈৰ বৰ অন্তৰঙ্গতা আৰু আজীৱন বন্ধুত্ব আৰম্ভ হয় আৰু তেওঁৰ পৰা অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি ভালেখিনি উদগণি পায়। এম-এ পঢ়া কালত ফুকনৰ প্ৰথম গল্প সংগ্ৰহ 'মালা' শ্ৰীসন্দিকৈ ডাঙৰীয়াই কলিকতাৰ সাম্য প্ৰেছত

ছপাই প্ৰকাশ কৰে আৰু ফুকনে কিতাপখন তেওঁৰ নামতে উছৰ্গা কৰে। ইয়াৰ ছপা খৰচ সন্দিকৈয়ে তেওঁ পোৱা চৰ্কাৰী বৃত্তিৰ পৰা বহন কৰিছিল।

সন্দিকৈৰ লগত বন্ধুত্ব হোৱাৰ কিছুদিনৰ আগতে ফুকনক এবাৰ যোৰহাটত বলিয়া শিয়ালে কামুৰিছিল। গাতকে চিকিৎসাৰ কাৰণে তেওঁ দেউতাকৰ লগত কচৌলিলৈ যাব লগা হৈছিল। ফুকনৰ কচৌলিলৈ যোৱাৰ এই ভ্ৰমণ কাহিনী দীঘলীয়া প্ৰবন্ধৰূপে আলোচনীত প্ৰকাশ হৈছিল।

নগাওঁৰ পুৰণি গুদামৰ চন্দ্ৰকান্ত গোস্বামীৰ লগতো সন্দিকৈদেৱৰ বন্ধুত্ব হৈছিল। তেওঁ তেতিয়া যোৰহাটত প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দিবৰ কাৰণে এবছৰমান আছিল আৰু ধকৰা শিক্ষকতা কৰি তেওঁৰ থকা খোৱা খৰচ উলিয়াইছিল। তেওঁৰ পৰাও অসমীয়া সাহিত্যৰ কাৰণে সন্দিকৈয়ে বিশেষ উদগণি পাইছিল। ইয়াৰ বহুদিনৰ পিছত চন্দ্ৰকান্ত অভিধানৰ প্ৰধান সংকলয়িতা ( chief compiler ) কুঁহিৰাম দাসৰ লগতে তেওঁ কেইবাবছৰো সহকাৰী হৈ কাম কৰি আছিল।

সন্দিকৈৰ আজীৱন বন্ধুসকলৰ ভিতৰত আছিল সত্ৰাধিকাৰ কবি-সাহিত্যিক শ্ৰীমিত্ৰদেৱ মহন্ত ডাঙৰীয়া। স্কুলত দুয়ো একেলগে পঢ়িছিল। কিন্তু সন্দিকৈৰ বয়স মেট্ৰিক দিবৰ সময়ত ১৬ বছৰতকৈ কম হোৱাত দশমমান শ্ৰেণীত দুবছৰ থাকিবলগা হোৱাৰ কাৰণে মহন্তই এবছৰৰ আগতে পাছ কৰি কলেজলৈ যায়। মহন্ত ডাঙৰীয়াই তৃতীয় বাৰ্ষিকৰ পৰা কলেজ এৰে আৰু শিক্ষকতা কৰিবলৈ লয়। তেতিয়াৰ দিনত আই-এ পাছ কৰিলেই হাইস্কুলৰ শিক্ষক হ'ব পাৰিছিল। আই-এ পাছ কৰা শিক্ষকক চল্লিশ আৰু বি-এ পাছ কৰা শিক্ষকক পয়সত্তৰ টকা দৰ্মহা দিছিল। ১৯৭৪ চনত মহন্ত ডাঙৰীয়াৰ বয়স প্ৰায় ৮০ বছৰ। এতিয়াও মাজে সময়ে তেখেতে হাতত এডাল লাখুটি লৈ বহুত ঘূৰি-পকি সন্দিকৈৰ ওচৰলৈ আহে বুলি কয়।

সন্দিকৈ ডাঙৰীয়াৰ আৰু এজন আজীৱন বন্ধু হ'ল নাট্যকাৰ নকুলচন্দ্ৰ ভূঞা ডাঙৰীয়া। স্কুলত দুয়ো একেলগে পঢ়িছিল। কিন্তু তেওঁ কলেজলৈ

নগৈ কামত সোমাল আৰু পিচলৈ গৈ ইংৰাজ চাহ বাগিছাৰ সহকাৰী পৰিচালক হৈছিল। শেষ জীৱনত, সন্দিকৈ গুৱাহাটীৰ পৰা অহা সময়ত ভূঞাই নতুনকৈ ঘৰ-বাৰী পাতে যোৰহাটত সন্দিকৈৰ ঘৰৰ ওচৰতে। তেতিয়াৰ পৰা তেওঁৰ মৃত্যুলৈকে সন্দিকৈৰ লগত বৰ ঘনিষ্ঠ সম্বন্ধ আছিল। ভূঞাই সৰুতেই স্কুলত থকা দিনৰে পৰা নানা গল্প কবিতা লেখা অভ্যাস আছিল আৰু শেষ জীৱনত অসম সাহিত্য সভাৰ বাহিৰে আন একো কথাৰ চিন্তা নাছিল। তেওঁ 'মুমলী-কুঁৱৰী' লেখোতেও প্ৰায়ে নাটকৰ কথা-বস্তুৰ বিষয়েও সন্দিকৈৰ লগত আলোচনা কৰিছিল। শেষ-জীৱনত তেওঁ সদায় সন্দিকৈ ডাঙৰীয়াৰ ঘৰৰ আগেদি ফুৰিবলৈ যাওঁ বুলি গৈ গধূলি গধূলি সাহিত্য সভাৰ কাৰ্য্যালয়ত বহি থাকিছিল।

এই সংক্ৰান্তত সন্দিকৈ ডাঙৰীয়াই এটা কথা কৈছিল যে বিহুনাম টোকা কৰি ৰখা তেওঁৰ আগৰে পৰা অভ্যাস আছিল। যিবোৰ গাৱঁৰ ল'ৰা তেওঁলোকৰ ঘৰত কাম-বন কৰি আছিল সিহঁতৰ পৰা বিহুনাম শুনি বৰ ভাল পাইছিল আৰু তেনেকৈ শুনি শুনি তেওঁ ১৫/২০ টামান বিহুনাম সংগ্ৰহো কৰিছিল। সেইবোৰকে তেওঁ ভূঞা ডাঙৰীয়াক দিয়াত তাৰে ছয়-সাতটা তেওঁ বাছি লৈ 'বহাগী'ৰ তৃতীয় সংস্কৰণত ছপায়। ভূঞাই হেনো স্কুলত থকা দিনৰে পৰা বিহুনাম গাই বৰ ভাল পাইছিল আৰু নিজেও গাই সন্দিকৈক শুনাইছিল। তেতিয়াৰে পৰা অৱশ্যে ভূঞাই এনে নাম সংগ্ৰহ কৰাৰ কথা ভাবিছিল।

"ডঃ বাণীকান্ত কাকতিৰ লগত আপোনাৰ সম্বন্ধ কেনে আছিল? সেই বিষয়ে আপুনি কিছু কথা ক'বনে?" বুলি এটা প্ৰশ্ন মই সন্দিকৈ ডাঙৰীয়াক কৰিছিলো।

ইয়াৰ উত্তৰত সন্দিকৈয়ে কয়—ডঃ কাকতি তেওঁৰ পৰম হিতৈষী বন্ধু আছিল। কিন্তু কাকতি ডাঙৰীয়া শ্ৰীসন্দিকৈৰ সমনীয়া নাছিল। তেওঁ-লোকৰ চিনা-পৰিচয় হৈছিল—১৯১৫ চনত কলিকতাত। তেতিয়া কাকতিয়ে প্ৰেসিডেন্সি কলেজত ইংৰাজীত এম-এ পঢ়িছিল আৰু সন্দিকৈয়ে সংস্কৃত কলেজত বি-এ পঢ়িছিল। সন্দিকৈ ৪৩ নম্বৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা "আসাম মেচ"ত থাকোতে কাকতি মাজে মাজে

তেওঁৰ গুৰিলৈ কথা বতৰা-পাতিবলৈ আহিছিল আৰু তেওঁৰ সংস্কৃত চৰ্চাৰ প্ৰশংসা কৰিছিল। তেতিয়াৰ পৰা দুয়োজনৰ পৰস্পৰ সম্ভাৱ আৰু মিলা-প্ৰীতি আছিল। কাকতিৰ লগত সন্দিকৈৰ ঘনিষ্ঠ সম্বন্ধ হয় গুৱাহাটী বিশ্ববিদ্যালয়ত থাকোঁতে। এই বিষয়ে মই সন্দিকৈৰ পৰা যি শুনিছিলোঁ তাকেই তলত দিলোঁ।

"ডঃ কাকতি মানুহজন দুখবাদী (Pessimist) বুলি বহুতে কৈছিল আৰু অনেকে তেওঁৰ Cynicism-ৰ কথা কৈছিল। এনেকুৱা মনো-বৃত্তি মোৰ আগত প্ৰকাশ কৰা নাছিল, তথাপি মই গুৱাহাটী বিশ্ববিদ্যালয়লৈ যোৱাৰ সময়ত তেওঁক বৰ নিৰুৎসাহ দেখিছিলোঁ আৰু আনকি গুৱাহাটীত যে এটা ভাল বিশ্ববিদ্যালয় হ'ব সেই বিষয়েও তেওঁ সন্দেহ প্ৰকাশ কৰিছিল। কিন্তু বিশ্ববিদ্যালয়ৰ সংস্ৰৱলৈ অহাৰ পিচত অতি সোনকালে তেওঁৰ মনৰ ভাৱধাৰা সলনি হৈছিল আৰু তেওঁক ভাৰ দিয়া সকলো কামতে উৎসাহেৰে যোগদান কৰি অনুষ্ঠানটোৰ সংগঠনত সহায় কৰিছিল। কাকতিক বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগলৈ অনাৰ কথা মোৰ বিচক্ষণ সহকৰ্মী শ্ৰীশৰৎকুমাৰ দত্তই পোনপ্ৰথমে উলিয়ায়। তেতিয়া কাকতি কৈছিল আৰু কি চন্তত কটন কলেজৰ পৰা আহিব পাৰিব সেই সম্বন্ধে তেওঁৰ লগত আলোচনা কৰিবলৈ মই শ্ৰীদত্তক অনুৰোধ কৰিলোঁ। বয়স আৰু অভিজ্ঞতাৰ বাহিৰেও সাহিত্য আৰু ভাষাতত্ত্ব দুয়ো বিষয়তে গভীৰ পাণ্ডিত্য থকা কাকতিৰ নিচিনা এজন ব্যক্তি অসমীয়া সাহিত্যৰ ঘাই অধ্যাপক নিযুক্ত হোৱাত বিশ্ববিদ্যালয়ৰ অসমীয়া শিক্ষা বিভাগটোৰ গুৰিৰে পৰা মৰ্য্যাদা বাঢ়িছিল। অকল এয়ে নহয়, কিছু দিনৰ পিচত তেওঁ বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য হোৱাৰ সম্ভাৱনাও হৈছিল। পঢ়া-শুনাত ব্যাঘাত হোৱা কাৰণে মোৰ দ্বিতীয় টাৰ্মৰ পিচতে মই গুৱাহাটী বিশ্ববিদ্যালয় এৰি আহিব খুজিছিলোঁ আৰু ১৯৫১ চনতে এই কথা মই দুই একজনক কৈছিলোঁ। তেতিয়া অনেকে কাকতি উপাচাৰ্য্য হ'ব বুলি আশা কৰিছিল। কিন্তু কাকতিৰ নিজৰ এই বিষয়ে আগ্ৰহ নাছিল আৰু তেওঁৰ পাচী লোকো একেবাৰে নাছিল। দুৰ্ভাগ্যবশতঃ ১৯৫২ চনৰ

শেহভাগত হঠাৎ তেওঁৰ মৃত্যু হয় আৰু মই তৃতীয়বাৰৰ কাৰণে বিশ্ব-বিদ্যালয়তে থাকিবলগীয়া হয়। সি যি কি নহওক, কাকতিয়ে মাত্র চাৰি বছৰ কালহে বিশ্ববিদ্যালয়ত থাকিবলৈ পালে। এই কথাটোৱে আমাৰ মনত এতিয়াও সন্তাপ দিয়ে। কাকতিৰ ব্যক্তিত্ব আৰু সহানু-ভূতিপূৰ্ণ নিঃস্বাৰ্থ সহযোগিতা মোৰ কৰ্মজীৱনৰ এটা বহুমূলীয়া স্মৃতি।"

ডঃ কাকতিৰ বিষয়ে জনাৰ পিচত তেখেতক সোধা হৈছিল যে—প্ৰথিতযশা সাহিত্যিক আৰু বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্মাৰ লগত তেওঁৰ কেনে ধৰণৰ সম্বন্ধ আছিল আৰু তেওঁৰ সাহিত্য সাধনাৰ কথা তেওঁ কি ধৰণে জানে? ইয়াৰ উত্তৰত সন্দিকৈয়ে কোৱা কথাখিনি তলত তুলি দিলো—"শৰ্মা মোৰ ছাত্ৰজীৱনৰ বন্ধু। মই কলেজত পঢ়োতে তেওঁ স্কুলত পঢ়িছিল। কিন্তু বয়সত তেওঁ মোতকৈ কেইবাবছৰো ডাঙৰ আছিল। সম্ভৱতঃ স্কুলীয়া শিক্ষা আৰম্ভ কৰোতে তেওঁৰ পলম হৈছিল। আমাৰ প্ৰথম চিনাকি চিঠিৰ যোগেদি হৈছিল। তেওঁ এটা সংস্কৃত শ্লোকৰ মূল বিচাৰি মোলৈ এখন চিঠি দিছিল। এই চিঠিৰ উত্তৰ মই সতকাই দিব নোৱাৰিছিলো। মই কিছুমান দিনৰ পিচতহে জানিলো যে এই শ্লোকটো এখন উপনিষদত পোৱা যায়। মই চতুৰ্থ বাৰ্ষিক বি-এ শ্ৰেণীত পঢ়োতে শৰ্মাই আই-এ পঢ়িছিল। তেতিয়া কলিকতাত ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা 'আসাম মেচত' আমি এবছৰ একেলগে আছিলো। তেতিয়াৰ পৰা আমাৰ মিলা-প্ৰীতি। মই ইউৰোপত থাকোতেও আমাৰ ভিতৰত চিঠি দিয়া-দিয়ি আছিল। ১৯২৭ চনত ফেব্ৰুৱাৰী মাহত মই ইউৰোপৰ পৰা ঘূৰি আহি দিনদিয়েক কলিকতাত আছিলো। তেতিয়া তাত মোৰ দুজন পুৰণি বন্ধুক লগ পাইছিলো। ৺লক্ষ্মীনাথ ফুকনে কলিকতাৰ বাতৰি কাকতত কাম বিচাৰিছিল আৰু শৰ্মা তেওঁ সম্পাদনা কৰা 'ওৱেডৰ হিষ্ট্ৰী-অব-আসাম' ছপোৱাৰ সংক্ৰান্তত কলিকতালৈ আহিছিল।

সকতে শৰ্মাই কবিতা লিখিছিল। তেওঁৰ কবিতা মই 'আলোচনী'ত পঢ়িবলৈ পাইছিলো। পাচলৈ অসম বুৰঞ্জীৰ অনুসন্ধানে তেওঁক আকৰ্ষণ কৰে। তাহানি আৱাহনত শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু

মহী বৰাৰ গল্প গুলালে মোৰ একাধিকবাৰ পঢ়াৰ অভ্যাস আছিল আৰু তাত প্ৰয়োগ কৰা কোনো কোনো বাক্য মোৰ এতিয়াও মনত আছে। শৰ্মাৰ এটা প্ৰবন্ধত আছে—যেনে: বজৰ নবাবে খানা খাওঁতে বানৰ এদাঁতিত ছুটামান ভাত একলীয়া কৰি আমাৰ কটকীক, সুধিলে—'তোমাৰি স্বৰ্গী ৰাজা এত্‌না খানা খায়?' আমাৰ কটকীয়ে ক'লে বোলে, "আমাৰ দেশত ইমানখিনি ভাত হেঙাল কুকুৰেহে খায়।" শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধবিলাক একেলগে গোটাই উলিয়ালে এটা বিত্তোপন সংগ্ৰহ হ'ব।"

এম-এ পঢ়ি থাকোতে ১৯১৮ চনত সন্দিকৈয়ে কলিকতাৰ 'মডাৰ্ণ ৰিভিউ'ত 'The word swaraj in the Rig veda' নামৰ ইংৰাজীত এটা প্ৰবন্ধ লিখে। সেই সময়ত ছাত্ৰই 'মডাৰ্ণ ৰিভিউ'ত প্ৰবন্ধ প্ৰকাশ কৰিবলৈ আশা কৰিব নোৱাৰিছিল। সেই সময়ত এই Modern Review-ৰ বিখ্যাত সম্পাদক আছিল—ৰামানন্দ চট্টোপাধ্যায়।

ইয়াৰ বাহিৰেও, বিলাতলৈ যোৱাৰ আগতে 'Women Poets of the Rig veda' নামৰ এটা প্ৰবন্ধ বিখ্যাত 'Indian Antiquary নামৰ প্ৰত্নতাত্ত্বিক কাকতৰ সম্পাদক অধ্যাপক ডি আৰ ভাণ্ডাৰকাৰক দি যায়। ভাণ্ডাৰকাৰ আছিল কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰাচীন ভাৰতীয় বুৰঞ্জী আৰু কৃষ্টিৰ 'কামাইকেল অধ্যাপক'। সেই প্ৰবন্ধটো ১৯২০ চনত শ্ৰীসন্দিকৈ অক্সফোৰ্ডত থাকোতে প্ৰকাশ হয়।

কলেজীয়া ছাত্ৰাৱস্থাতে সন্দিকৈ ডাঙৰীয়াই অতি সুন্দৰ মৌলিক প্ৰবন্ধ লিখিছিল। পাণ্ডিত্যৰ চিন এই প্ৰবন্ধবোৰতে পৰিস্ফুট হৈ উঠে।

১। বি-এ পঢ়ি থাকোতে 'সাংখ্য-দৰ্শন' বুলি এটা দীঘলীয়া প্ৰবন্ধ লেখে। এই প্ৰবন্ধটো 'আলোচনী'ত ছপা হয়।

২। বি-এ পঢ়ি থাকোতেই আন এটা মূল্যবান প্ৰবন্ধ লেখে—"ভাৰতীয়-চিন্তা।" এই প্ৰবন্ধটো "সম্মিলন-প্ৰবন্ধাৱলী"ত ( ১ম ভাগ ) প্ৰকাশ হয়।

৩। এম-এ পঢ়ি থাকোতে আন এটা দীঘলীয়া মৌলিক প্ৰবন্ধ

লেখে—"প্ৰাচীন বেবিলনৰ বেদ"। এই প্ৰবন্ধটো প্ৰকাশ হৈছিল 'সন্মিলন প্ৰৱন্ধাৱলী'ৰ দ্বিতীয় খণ্ডত।

**সেই সময়ৰ কলিকতা বিশ্ববিদ্যালয় আৰু অধ্যাপকসকল :—**

১৯১৭ চনত সন্দিকৈয়ে বি-এ পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত যোগ দিয়ে। সেই বছৰতে আশুতোষ মুখাৰ্জীয়ে বিভিন্ন বিভাগৰ অধ্যাপক আনি বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগসমূহ নতুনকৈ গঢ়িবলৈ লয়। হাইকৰ্টৰ বিচাৰপতি হৈও অবৈতনিক ভাবে তেওঁ বিশ্ববিদ্যালয়ৰ বিশেষ যত্ন কৰি সংগঠন কৰিছিল। অক্লান্ত পৰিশ্ৰম, যত্ন আৰু নিজৰ উৎসাহেৰে আনকো অনুপ্ৰেৰণা যোগাইছিল। একেলগে একেসময়তে যিমান ডাঙৰ অধ্যাপক সেই সময়ত এই বিশ্ববিদ্যালয়ত আছিল সেই তেনেকৈ আন বোনো ভাৰতীয় বিশ্ববিদ্যালয়ত নাছিল।

তেতিয়া অধ্যাপক দেবদত্ত ৰামকৃষ্ণ ভাণ্ডাৰকাৰ আছিল ভাৰতীয় পুৰাতত্ত্ব বিভাগত, ভাষা-বিজ্ঞানত আছিল অধ্যাপক ইৰাখ্ চোৰাবজী তাৰাপুৰৱালা, দৰ্শনৰ অধ্যাপক আছিল বিশ্ববিখ্যাত পণ্ডিত ব্ৰজেন্দ্ৰনাথ শীল। পিছত অধ্যাপক শীল মহীশূৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ যোৱাত তেওঁৰ ঠাইত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ কলিকতা বিশ্ববিদ্যালয়লৈ আহে।

আচাৰ্য্য শীল কলিকতা বিশ্ববিদ্যালয়লৈ অহাৰ আগতে কোচবিহাৰ কলেজৰ অধ্যক্ষ আছিল আৰু ১৯১১ চনত লণ্ডন বিশ্ববিদ্যালয়ত হোৱা প্ৰথম "ইউনিভাৰ্চেল ৰেচ কংগ্ৰেছ" উদ্বোধন কৰিবলৈ তেখেতক নিমন্ত্ৰণ কৰা হৈছিল। সন্দিকৈয়ে কৈছিল যে—তেওঁ স্কুলত থাকোতে ঢাকা ৰিভিউত আচাৰ্য্য শীলে এই কংগ্ৰেছত দিয়া সভাপতিৰ অভিভাষণ প্ৰকাশ হৈছিল আৰু যদিও সকলো বুজিব পৰা নাছিল তথাপি সন্দিকৈয়ে সেই অভিভাষণখন পঢ়িছিল। এই কংগ্ৰেছৰ প্ৰথম দিনৰ অধিবেশনত কেৱল চাৰিজন মানুহে ভাষণ দিছিল। প্ৰথম ডঃ শীলে ভাষণ দিছিল। তাৰ পিচত বাৰ্লিণ বিশ্ববিদ্যালয়ৰ অধ্যাপক ফন লুচান (Felix Von-Luschan), পেৰিচ বিশ্ববিদ্যালয়ৰ অধ্যাপক ফুয়ে (Fouillee) আৰু 'ৰেচ কংগ্ৰেছ'ৰ সম্পাদক মিঃ স্পীলাৰ। ইয়াৰ দ্বিতীয় দিনৰ অধিবেশনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি গোপাল

কৃষ্ণ গোখ্‌লে ডাঙৰীয়াইও এটা ভাষণ দিছিল। সন্দিকৈ ডাঙৰীয়াই কৈছিল যে এই কংগ্ৰেছৰ মূল উদ্দেশ্য গোপালকৃষ্ণ গোখ্‌লে মহোদয়ৰ ভাষণতে স্পষ্টকৈ ওলাইছিল। সতিকে সেই অংশৰ উদ্ধৃতি সন্দিকৈ ডাঙৰীয়াৰ পৰা পাই ইয়াত সন্নিবিষ্ট কৰা হ'ল--

"The victories of Japan over Russia, the entry of Turkey among constitutionally governed countries, the awakening of China, the spread of the National Movement in India, Persia and Egypt—all point to the necessity of the West revising her conception of the East, revising also the standards by which she has sought in the past to regulate her relations with the East. East and West may now meet on more equal terms than was hitherto possible, and as a first step towards such meeting the value of the Universal Races Congress cannot be overestimated."

[ "ৰুচিয়াত জাপানৰ বিজয় হোৱা, টাৰ্কী সাংবিধানিকভাৱে শাসিত চৰকাৰৰ অন্তৰ্গত হোৱা, চীনৰ জাগৰণ হোৱা, ভাৰত, পাৰস্য আৰু ইজিপ্তৰ জাতীয় আন্দোলনৰ বিস্তাৰ ঘটা—এই সকলোবিলাকে প্ৰাচ্যৰ প্ৰতি থকা পাশ্চাত্যৰ মনোভাব সংস্কাৰ হোৱাৰ আৱশ্যকতা আৰু অতীতত যিবোৰ মানদণ্ডৰ দ্বাৰা পাশ্চাত্যই প্ৰাচ্যৰ লগত সম্বন্ধ নিয়মিতভাৱে অটুট ৰাখিবলৈ বিচাৰিছিল সেই সকলোবোৰতে সংস্কাৰৰ আৱশ্যকতাই দেখা দিছিল। প্ৰাচ্য আৰু পাশ্চাত্যই এতিয়া আগতকৈ আৰু বেছি সমভাৱে মিলিত হ'ব পাৰে যি আগতে কেতিয়াও সম্ভৱপৰ নাছিল আৰু এনে ধৰণৰ মিলনৰ ক্ষেত্ৰে প্ৰথম পদক্ষেপ-স্বৰূপে বিশ্বজনীন জনজাতি কংগ্ৰেছৰ মূল্য যব বেছি বুলিলে বঢ়াই কোৱা নহ'ব।" কোৱা বাহুল্য যে এই কংগ্ৰেছ প্ৰথম মহাসমৰৰ তিনি বছৰৰ আগেয়ে হৈছিল। আগেয়ে এই কংগ্ৰেছৰ মূল তত্ত্বটো বাহিৰে সাংস্কৃতিক ক্ষেত্ৰত আৰু

আছিল। যুদ্ধৰ পিচত এই তত্ত্বৰ পৰিসৰ ৰাষ্ট্ৰীয় ক্ষেত্ৰলৈ বিস্তাৰিত হয় আৰু তাৰ অগ্ৰগতি আমি চকুৰ আগতে 'লিগ অব নেচন্স' আৰু 'জাতি সংঘ'তে ( U. N. O. ) দেখি আছো।

আজি কালিৰ বিখ্যাত ঐতিহাসিক ৰমেশচন্দ্ৰ মজুমদাৰ তেতিয়া কলিকতা বিশ্ববিদ্যালৰ ইতিহাস বিভাগৰ লেক্‌চাৰাৰ আছিল। পিচত এওঁ ঢাকা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হয়। ডঃ সুনীতিকুমাৰ চেটাৰ্জী তেতিয়া এই বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ লেক্‌চাৰাৰ আছিল। ৰসায়ন বিভাগত আছিল চাৰ পি চি ৰায়। প্ৰায় এই সময়তে চাৰ আশুতোষ মুখাৰ্জীৰ অনুৰোধত চি ভি ৰমনে বহুত দৰমহাৰ চৰ্কাৰী চাকৰি এৰি কলিকতা বিশ্ববিদ্যালয়ৰ পদাৰ্থ-বিজ্ঞানৰ অধ্যাপক হয়। আইন আৰু ইচলামীয় বুৰঞ্জী বিভাগত অংশকালীন অধ্যাপক আছিল— বেৰিষ্টাৰ খুদা বক্স। বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ সচিব আছিল— ডঃ হৰেন্দ্ৰকুমাৰ মুখাৰ্জী। এই মুখাৰ্জী পিচত বঙ্গদেশৰ ৰাজ্যপাল হৈছিল। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ত ৰেজিষ্ট্ৰাৰ আছিল এজন জাৰ্মান বৈজ্ঞানিক। তেওঁৰ নাম আছিল পি. ব্ৰুল (P. Brühl).

ডঃ হৰেন্দ্ৰকুমাৰ মুখাৰ্জীৰ সম্বন্ধে সন্দিকৈ ডাঙৰীয়াই নিজে কয় যে সন্দিকৈয়ে কলিকতা বিশ্ববিদ্যালয়ত এম-এ পঢ়োতে মুখাৰ্জী স্নাতকোত্তৰ শ্ৰেণীসমূহৰ কলা বিভাগৰ সচিব আছিল আৰু লগতে অংশকালীন স্বৰূপে ইংৰাজীত অধ্যাপনা কৰিছিল। তেওঁ পাশ্চাত্য Picaresque উপন্যাসৰ বিষয়ে নিৱন্ধ লিখি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পি-এইচ-ডি উপাধি পাইছিল। শিক্ষা আৰু অধ্যাপনাৰ বাহিৰেও তেওঁৰ প্ৰখৰ ব্যৱসায় বুদ্ধি আছিল। তেওঁ কলিকতাৰ টকাৰ বজাৰত বেচা-কিনা কৰি বহুত টকা উপাৰ্জন কৰিছিল। তেওঁ খৃষ্টান ধৰ্মী আছিল আৰু ভাৰতীয় খৃষ্টানসকলৰ শিক্ষাৰ উন্নতিৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ৰ হাতত কেইবালাখ টকাও দি গৈছে। বিশ্ববিদ্যালয়ৰ পৰা অৱসৰ লোৱাৰ পিচত তেওঁ বঙ্গদেশৰ বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। ৰাষ্ট্ৰীয় নীতিত তেওঁ জাতীয়তাবাদী আছিল আৰু পিচত Constituent Assembly-ৰ উপ-সভাপতি নিৰ্বাচিত হৈছিল আৰু পিচত কেইবা-

বছৰ পশ্চিম বঙ্গৰ ৰাজ্যপাল হৈ আছিল। ৰাজ্যপাল হৈ থকা অৱস্থাতে তেওঁৰ মৃত্যু হয়।

সন্দিকৈ ডাঙৰীয়াই আৰু কয়—বিশ্ববিদ্যালয়ৰ কলেজ পৰিদৰ্শক হৈ আছোঁতে ডঃ মুখাৰ্জীৰ লগত মোৰ বিশেষ ঘনিষ্ঠতা হয়। যোৰহাট কলেজৰ প্ৰথম হীন অৱস্থাত তেওঁৰ সহায় সহানুভূতিৰ পৰা পৰম উপকাৰ হৈছিল। কলেজৰ লাইব্ৰেৰীৰ কাৰণেও বহুত কিতাপ উপহাৰ দিছিল। তেওঁ যোৰহাট কলেজৰ বাৰ্ষিক পৰিদৰ্শনৰ কাৰণে প্ৰায় ৪।৫ বাৰমান আহিছিল আৰু সদায় মোৰ আলহী হৈ ভাল পাইছিল। তেওঁ বৰ মিতব্যয়ী আছিল আৰু ভোগ-বিলাস ভাল নেপাইছিল। পুৰণি ধৰণে অতি সাধাৰণভাৱে জীৱন যাপন কৰিছিল। লগতে তেওঁৰ হোকা খোৱা অভ্যাস আছিল। তেওঁ যোৰহাটলৈ আহোঁতেই মই যথেষ্ট পৰিমাণে মলা ধপাত আৰু টিকিৰাৰ যোগাৰ কৰিছিলো। ৰাজ্যপাল হোৱাৰ পিচত তেওঁৰ এই হোকা খোৱা অৱস্থাৰ ছবি কলিকতাৰ কোনো কোনো কাকতত ওলাইছিল। মুখাৰ্জী ডাঙৰীয়া বৰ অমায়িক আৰু সৰল প্ৰকৃতিৰ মানুহ আছিল। বয়সৰ পাৰ্থক্য থকা সত্ত্বেও মোৰ লগত তেওঁ সমনীয়াৰ দৰে ব্যৱহাৰ কৰিছিল। প্ৰথম বাৰ যোৰহাটলৈ আহোঁতে তেওঁ মোক ধেমালিৰ ছলতে কৈছিল, "মোক আপুনি সন্দেশ খুৱাব আৰু মই সকলো কৰিম।" তেওঁৰ নিচিনা সকলোৰে লগত মিলিব পৰা মানুহ অতি বিৰল। নিজৰ গুণতে তেওঁৰ পদোন্নতি হৈছিল কিন্তু সৌজন্য আৰু সহানুভূতি তেওঁৰ চৰিত্ৰৰ মূল উপাদান আছিল।

য'ত এনে ধৰণৰ উচ্চ পৰ্য্যায়ৰ অধ্যাপক আৰু পণ্ডিত ব্যক্তিসকল আছিল সেই তেনে কলিকতা বিশ্ববিদ্যালয়ত সেই সময়ত এম-এ পঢ়াটো সন্দিকৈয়ে সৌভাগ্য আৰু গৌৰৱৰ কথা আছিল বুলি ভাবে। এই-সকল অধ্যাপকক সদায় দেখি শুনিয়ে সন্দিকৈয়ে বহুত প্ৰেৰণা পাইছিল বুলি ভাবে আৰু স্বীকাৰ কৰে।

বিলাতলৈ যোৱাৰ আগতে তেওঁ আচাৰ্য্য ব্ৰজেন্দ্ৰনাথ শীলৰ ওচৰলৈ দৰ্শনৰ কাৰণে গৈছিল আৰু তেওঁ কোৱা সকলো কথা এখন কাগজত

টুকি ৰাখিছিল। এই দৰ্শনৰ বিষয়ে সন্দিকৈ ডাঙৰীয়াই নিজে কোৱা কথা—"আচাৰ্য্য শীলক মই মাত্ৰ এদিন দেৰ ঘণ্টামানৰ কাৰণে লগ পাইছিলো। তেওঁ দুপৰীয়া ভাত খাই উঠি ডাঙৰ চালপীৰা এখনৰ ওপৰত বিছনাত শুই আছিল। মই গ'লত "বুঢ় হয়েছি"—এই বুলি কৈ তেওঁ ক'লে যে তেওঁ ভাত খাই অলপ জিৰাইছে। তেওঁ সেই চালপীৰাখনতে মোক বহিবলৈ ক'লে। তাৰ পিচত তেওঁ মোৰ লগত কথা পাতিবলৈ ধৰিলে—মোৰ পঢ়া-শুনা আদিৰ সম্বন্ধে নানা আলোচনা কৰি উপদেশ দিলে। তেওঁ কোৱা সকলো কথাকে মই এখন কাগজত টুকি লৈছিলো। আচাৰ্য্য শীলক লগ পোৱা দিনটো মোৰ জীৱনৰ এটা পৱিত্ৰ আৰু বহুমূলীয়া দিন। এতিয়াও তাৰ স্মৃতিবোৰ মোৰ মনত জাগ্ৰত হৈ আছে। তেওঁ মোক পাৰিলে ইউৰোপত প্ৰাচীন বেবিলনৰ ভাষাও শিকিবলৈ কৈছিল কিন্তু তাৰ কাৰণে পাচত মোৰ সময় নহ'ল।

**কলিকতাৰ বিভিন্ন কলেজৰ সমসাময়িক অধ্যাপকসকল :**—সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ বাহিৰেও স্বীকৃত কলেজবিলাকতো জনদিয়েক খ্যাতনামা অধ্যাপক আছিল। প্ৰেসিডেন্সি কলেজৰ ইংৰাজী অধ্যাপক মনোমোহন ঘোষ ( অৰবিন্দ ঘোষৰ ককায়েক ) যশস্বী পণ্ডিত আৰু কবি আছিল। তেওঁ অক্সফোৰ্ড বিশ্ববিদ্যালয়ত লেটিন আৰু গ্ৰীক সাহিত্যত উচ্চ শিক্ষা সাং কৰি আহি ইংৰাজীৰ অধ্যাপক হৈছিল আৰু ইংৰাজী কবিতা লিখি কৃতিত্ব লভিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত ডঃ পি চি কটকীৰ Indo-English Poetry নামৰ নিবন্ধত অধ্যাপক ঘোষৰ কাব্য আৰু করুণ জীৱনৰ বিষয়ে এটা সুখপাঠ্য অধ্যায় আছে।

সেই সময়ত প্ৰেসিডেন্সি কলেজত অক্সফোৰ্ড আৰু কেম্ব্ৰিজত কৃতিত্বেৰে শিক্ষা লাভ কৰি অহা কেইবাজনো বিশিষ্ট ভাৰতীয় অধ্যাপক আছিল। অৰ্থনীতিত—কয়াজী, বুৰঞ্জীত জেকেৰিয়া, দৰ্শনত ডঃ প্ৰভুদত্ত শাস্ত্ৰী। স্কটিচ চাৰ্চ কলেজৰ অধ্যক্ষ ডঃ আৰ্কুহাৰ্ট ( Urqubart ) দৰ্শনৰ নামজ্বলা অধ্যাপক আছিল আৰু বেদান্ত দৰ্শন সম্পৰ্কে তেওঁ এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ লিখিছিল। তেওঁ পিচত কলিকতা বিশ্ববিদ্যালয়ৰ

উপাচাৰ্য্য হৈছিল। সেই কলেজতে ডঃ .কেন দৰ্শন আৰু ইংৰাজী সাহিত্যত ডাঙৰ পণ্ডিত আছিল। মনোবিজ্ঞান সম্পৰ্কে তেওঁ এখন বিস্তীৰ্ণ পাঠ্য পুথি লিখিছিল আৰু কলিকতা বিশ্ববিদ্যালয়ত এম-এ শ্ৰেণীত ইংৰাজী সাহিত্যৰ অধ্যাপনা কৰিছিল। চিটি কলেজৰ অধ্যক্ষ হেৰম্বচন্দ্ৰ মৈত্ৰ সমসাময়িক শিক্ষা-জগতৰ এজন বিশিষ্ট নেতা আছিল আৰু ইংৰাজী গদ্য সাহিত্যৰ বিশিষ্ট অধ্যাপক আছিল। তেওঁ আমোদ-প্ৰমোদ বৰ ভাল নাপাইছিল আৰু তেওঁৰ বিষয়ে কলিকতাত সন্দিকৈয়ে ডাঙৰীয়াই এটা গল্প শুনিছিল—এদিন কলিকতাৰ ৰাস্তাত ফুৰোঁতে তেওঁক কোনোবাই সুধিলে "ষ্টাৰ নাট্যশালা কোনফালে?" তেওঁ তেতিয়া বিৰক্ত হৈ ক'ব নোৱাৰো বুলি ক'লে। অলপ দূৰ গৈ তেওঁ ভাবিলে যে তেওঁ এটা মিছা কথা ক'লে। সেই কাৰণে তেওঁ আকৌ ঘূৰি আহি মানুহজনক ক'লে "ষ্টাৰ নাট্যশালা কেনি মই জানো কিন্তু পাপৰ পথ দেখুৱাই নিদিওঁ।"

বিশ্ববিদ্যালয়ৰ লগত সংশ্ৰৱ থকা পণ্ডিতসকলৰ ভিতৰত হীৰেন্দ্ৰনাথ দত্তৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁ 'প্ৰেমচাঁদ ৰায়চাঁদ স্কলাৰ' আছিল আৰু বেদান্তৰ ডাঙৰ পণ্ডিত আছিল। তেওঁৰ ৰচিত 'গীতায় ঈশ্বৰবাদ', 'যাজ্ঞবল্ক্যেৰ অদ্বৈতবাদ' আদি বঙালী দাৰ্শনিক সাহিত্যৰ অমূল্য সম্পদ। তেওঁ আইনজীৱী আৰু কংগ্ৰেছপন্থী জাতীয়তাবাদী আছিল। তেওঁ Theosophical society-ৰ সভ্য আছিল আৰু কলিকতাৰ কলেজ স্কোৱাৰৰ চচাইটিৰ ভৱনত সন্দিকৈয়ে তেওঁক প্ৰায়ে দেখিছিল আৰু তেওঁৰ কথা-বাৰ্তা শুনিবলৈ সুবিধাও পাইছিল। দত্তদেৱৰ প্ৰশান্ত মূৰ্ত্তি দেখিলেই তেওঁৰ মনলৈ এটা শ্ৰদ্ধাৰ ভাৱ আহিছিল। সন্দিকৈয়ে স্বীকাৰ কৰে, 'সঁচা কথা কবলৈ গ'লে সেই সময়ৰ বঙালী প্ৰতিভা আৰু পাণ্ডিত্যই আমাৰ বহুতৰ মনত বৰ দকৈ ছাপ বহুৱাইছিল। মই নিজে সেই সময়ৰ বঙালী কাব্য আৰু নাট্য সাহিত্য ভালেখিনি ভালকৈ পঢ়িছিলো। মোৰ বঙালী সাহিত্যৰ অনুৰাগৰ কথা পবিত্ৰ গঙ্গোপাধ্যায়ে তেওঁৰ 'চলমান জীৱনত' উল্লেখ কৰিছে।" সন্দিকৈয়ে আৰু কয়, "মূলতে কলিকতাত পঢ়া বছৰকেইটা মোৰ

জীৱনৰ বৰ সুখৰ দিন আৰু তাৰ স্মৃতিয়ে মোক এতিয়াও উল্লসিত কৰে। অক্সফোৰ্ড, পেৰিচ আৰু বাৰ্লিণত পঢ়োতে মোৰ কঠোৰ পৰিশ্ৰম হৈছিল। তাৰ স্মৃতি মধুৰ আৰু কৃতজ্ঞতাপূৰ্ণ, কিন্তু মনলৈ তিমান উল্লাস নানে।"

**কলিকতাত ঘনিষ্ঠতালৈ অহা অসমীয়া ডেকাসকল—বসন্তকান্ত বৰকাকতী :**—সন্দিকৈ ডাঙৰীয়াই বসন্তকান্ত বৰকাকতীক লগ পায় বি-এ পঢ়ি থাকোতে কলিকতাত। মেট্ৰিকুলেচন পাছ কৰি তেওঁ ৰিপন কলেজত নাম লগায়। তেতিয়াই সন্দিকৈৰ লগত বৰকাকতীৰ ঘনিষ্ঠ সম্বন্ধ ঘটে। সন্দিকৈয়ে কয়—"তেওঁ পঢ়া-শুনাত মন নিদিছিল। তেওঁ আছিল ৰবি ঠাকুৰৰ শিষ্য, আদৰ্শবাদী আৰু ভাবপ্ৰৱণ। কিছু দিনৰ পিচত কলেজ এৰি ঘৰলৈ গুছি আহে। মোৰ সদায় ধাৰণা হৈছিল যে উপযুক্ত সামাজিক আৰু ঘৰুৱা অৱস্থা অনুকূল হোৱা হলে তেওঁ সাহিত্য-সাধনাত আৰু ওপৰলৈ উঠিলহেঁতেন।"

**মহীচন্দ্ৰ বৰা :**—সন্দিকৈ গুৱাহাটীতে ১য় বাৰ্ষিকত পঢ়ি থাকোতে বৰা ডাঙৰীয়া ১ম বাৰ্ষিকত পঢ়িছিল। তেওঁৰ 'শান্তি শতক' ( চিন্তা-শীল কবিতা সংগ্ৰহ ) আই-এ পঢ়োতে ওলাইছিল। তেওঁ কলিকতালৈ গৈ বি-এ শ্ৰেণীত দৰ্শনত অনাৰ্চ লয়। এই সময়তে তেওঁৰ লগত সন্দিকৈৰ ঘনিষ্ঠতা হয় আৰু একেলগে ফুৰা-চকা কৰে। তেওঁ পঢ়াত বৰ চোকা আছিল। ভাল সুবিধা পোৱা হ'লে তেওঁ পঢ়া-শুনাত আৰু ওখ খাপৰ কৃতিত্ব লাভ কৰিলেহেঁতেন। কিন্তু বি-এ পঢ়ি থাকোতেই হঠাৎ দেউতাকৰ মৃত্যু হোৱাত তেওঁৰ জীৱনৰ ধাৰা বদলি যায়। আনকি, তেওঁৰ অনাৰ্চ পঢ়াও নহ'ল। সাধাৰণভাৱে বি-এ পাছ কৰে, কিন্তু ইয়াৰ ভিতৰতে সাংসাৰিক কামত আৱশ্যক হ'ব বুলি ভাবি তেওঁ Short Hand শিকে। সন্দিকৈয়ে কয়, "সাংসাৰিক দুৰৱস্থাই এজন উজ্জ্বল প্ৰতিভাৰ ছাত্ৰক কেনেকৈ জীৱনৰ উদ্দেশ্য সাধনত বাধা দিয়ে তাৰ উৎকৃষ্ট প্ৰমাণ মহী বৰা। অৱশ্যে পিচত তেওঁ নগাঁৱত ওকালতি কৰি কৃতিত্ব লাভ কৰে। বৰা বৰ গম্ভীৰ প্ৰকৃতিৰ লোক আছিল। ইয়াৰ বহুত দিনৰ পিচত আৱাহনত তেওঁৰ হাস্যৰসপূৰ্ণ গল্পবিলাক

পঢ়ি বৰ আমোদ পাইছিলো। মোৰ বিমান দূৰ মনত আছে 'যাৰ যেতিয়া তাৰ তেতিয়া' গল্পটোৱেই তেওঁৰ প্ৰথম গল্প।"

**কটন কলেজৰ অধ্যাপকমণ্ডলী :**—কটন কলেজ সম্পৰ্কে আৰু সেই সময়ৰ কটন কলেজৰ অধ্যাপকসমূহৰ সম্বন্ধে ভালেখিনি জানিবলগীয়া কথা সন্দিকৈ ডাঙৰীয়াই কয়। এইয়া তেখেতৰ ব্যক্তিগত সংস্মৰণৰ কথা কাৰণেই ইয়াত সন্দিকৈ ডাঙৰীয়াৰ নিজা ভাষাতে দিয়া হ'ল।

"১৯১৩ চনত মই মেট্ৰিক পাছ কৰি কটন কলেজত ভৰ্তি হওঁ। মই কটন কলেজৰ হোষ্টেলত থাকি বৰ বেয়া পাইছিলো আৰু কলেজত পঢ়ি বৰ ভাল পাইছিলো। আই-এ পৰীক্ষা মই প্ৰথম বিভাগত পাছ কৰি চৰকাৰী বৃত্তি পাইছিলো যদিও মোৰ পৰীক্ষাৰ ফলাফল বৰ ভাল হোৱা নাছিল। কাৰণ, ইংৰাজী আৰু সংস্কৃতৰ বাহিৰে তৰ্ক-বিজ্ঞান আৰু ৰসায়নত বৰ কম নম্বৰ পাইছিলো। সেইসময়ৰ দিনত সংস্কৃত, তৰ্ক-বিজ্ঞান আৰু ৰসায়ন সাধাৰণ ল'ৰাৰ "ৰয়েল গ্ৰুপ" আছিল। ৰসায়নৰ 'চিট' বিচাৰি হাবাথুৰি খাই ফুৰিব লগা হৈছিল। মই দেখাক দেখি এইটো গ্ৰুপ লৈছিলো। কিন্তু পাছত মোৰ ৰসায়নৰ প্ৰতিহে বেছি অনুৰাগ হৈছিল।

আমি পঢ়া সময়ত কটন কলেজৰ বঙালী অধ্যাপকসকলৰ প্ৰায় বিলাকেই বয়সীয়া আৰু কৃতবিদ্য লোক আছিল। সংস্কৃতৰ অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ বাস্তৱতে ইংৰাজীৰ এম-এ আছিল। কিন্তু তেওঁৰ সংস্কৃতৰ চৰ্চা আছিল। তেওঁ কামৰূপৰ পুৰাতত্ত্ব বিষয়ে গৱেষণা কৰিছিল আৰু পিচত কামৰূপৰ পুৰণি শিলালিপিবিলাক সংগ্ৰহ কৰি 'কামৰূপ শাসনাৱলী' নাম দি প্ৰকাশ কৰি এটা বহুমূলীয়া কাম কৰি গৈছে। আমি আই-এ পঢ়োতে 'ইষ্ট এণ্ড ৱেষ্ট' আলোচনীত (এতিয়া লুপ্ত) ৰাণী জয়মতীৰ বিষয়েও এটা সুন্দৰ প্ৰবন্ধ লিখিছিল। গুৱাহাটী কাৰ্জন হল লাইব্ৰেৰীত এই প্ৰবন্ধ পঢ়া মোৰ মনত আছে। সংস্কৃতৰ দ্বিতীয় অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় আমি কটন কলেজত ভৰ্তি হোৱাৰ সময়ত নিযুক্ত হৈছিল। তেওঁৰ দিনৰ পৰা কটন কলেজত সংস্কৃত শিক্ষা ভাল হৈ আছে। এবাৰ পৰম বন্ধুত 'সংস্কৃত মহানাটক'খন

ক'ত পায় বুলি তেওঁলৈ এখন চিঠি দিছিলো। মোৰ চিঠি পায়ে তেওঁ নাটকখন কলিকতাৰ পৰা অনাই মোলৈ উপহাৰস্বৰূপে পঠাই দিছিল। তেওঁৰ এই মহানুভৱতাৰ কথা আজিও মনত আছে। গণিতৰ অধ্যাপক ৰজনীকান্ত বৰাট বয়োবৃদ্ধ আৰু গীতাধ্যায়ী আছিল। তেওঁ যোগ অভ্যাস কৰিছিল।

দৰ্শনৰ অধ্যাপক বনমালী চক্ৰৱৰ্ত্তী দৰ্শন আৰু সংস্কৃত দুয়ো বিষয়তে এম-এ আছিল আৰু সংস্কৃত পণ্ডিত আছিল। তেওঁ আমাৰ ছাত্ৰাবাসৰ অধীক্ষকো আছিল। সেই সময়ত মই কটন কলেজ লাইব্ৰেৰীলৈ গৈ নৈষধ চৰিতখন আনি দুই-এটা শ্লোক পঢ়িবলৈ যত্ন কৰিছিলো। এদিন গধূলি চক্ৰৱৰ্ত্তী ছাত্ৰাবাসলৈ আহোতে মোক সুধিছিল—"এটা এটা শ্লোক ভালকৈ পঢ়োতে কিমান সময় লাগে?" তাৰ উত্তৰত মই প্ৰায় এঘণ্টা লাগে বুলি কৈছিলো। তেতিয়া তেওঁ কৈছিল, "এতিয়া এই গ্ৰন্থ নপঢ়িবা। এতিয়া এইগ্ৰন্থ পঢ়িলে বহুত সময় যাব। এতিয়া তুমি বিষ্ণু পুৰাণ পঢ়িবা।"

ইয়াৰ প্ৰায় কুৰি বছৰৰ পিচত মোৰ নৈষধ চৰিতৰ টীকা অনুবাদ যেতিয়া প্ৰকাশ হয় তেতিয়া অধ্যাপক চক্ৰৱৰ্ত্তীয়ে Indian Culture নামৰ গবেষণা আলোচনীত ( এতিয়া লুপ্ত ) উচ্চ প্ৰশংসা কৰি দীঘলীয়া এটা সমালোচনা লিখিছিল। অধ্যাপক চক্ৰবৰ্তীয়ে আমি কলেজত থাকোতে 'ধৰ্ম্ম, সমাজ এবং স্বাধীন চিন্তা' বুলি এখন চিন্তোদ্দীপক কিতাপ লিখিছিল। সেই সময়ৰ কটন কলেজৰ অধ্যাপক সকলৰ ভিতৰত আটাইতকৈ প্ৰখ্যাত আছিল ইংৰাজীৰ অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰায় (P. C. Roy নামে জনাজাত)। ইংৰাজী ভাষাৰ ওপৰত তেওঁৰ অসাধাৰণ হাত আছিল আৰু তেওঁৰ ব্যাখ্যান প্ৰণালী ইমান স্পষ্ট আৰু হৃদয়গ্ৰাহী আছিল যে আমি তেওঁৰ বক্তৃতা মুগ্ধ হৈ শুনিছিলো। তেওঁ কলিকতা প্ৰেচিডেন্সি কলেজৰ ইংৰাজী সাহিত্যৰ বিখ্যাত অধ্যাপক এইচ এম পাৰ্চীভেলৰ (Percival) ছাত্ৰ আছিল আৰু তেওঁৰ কথা প্ৰায়ে কৈছিল। অধ্যাপক ৰায়ে তুলনামূলক উক্তি দি ভাল পাইছিল আৰু পাঠ্যৰ বাহিৰেও অন্যান্য ইংৰাজ কবিৰ কথা কৈছিল। টমাচ-হুদৰ 'ছুনিয়াৰ দলং' বোলা

কবিতাটি আমাক কেইবাবাৰো গাই শুনাইছিল আৰু তেওঁৰ আবৃত্তিৰ পৰাই কেইবাশাৰীও আমাৰ মনত ৰৈ গৈছিল।

অধ্যাপক ৰায় সুশ্ৰী আৰু স্বাস্থ্যবান আছিল। তেওঁ ধুনীয়াকৈ ইংৰাজী সাজ-কাপোৰ পিন্ধিছিল। তেওঁ সদায় ছাত্ৰৰ লগত ফুটবল খেলিছিল। কিন্তু নিজৰ সৌজন্যপূৰ্ণ গাম্ভীৰ্য্য আৰু আত্মসন্মান অটুট ৰাখিছিল। কেতিয়াবা খেমেলীয়া কথা কৈ ছাত্ৰৰ মনত আনন্দ দিছিল। কেতিয়াবা তেওঁ ছাত্ৰক প্ৰশংসা কৰি উদগণি দি ভাল পাইছিল। এই বিষয়ে এটা কথা মোৰ আজিলৈকে স্পষ্টকৈ মনত আছে। আমি দ্বিতীয় বাৰ্ষিকত থাকোতে কলিকতা বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা চিটি কলেজৰ অধ্যক্ষ হেৰম্বচন্দ্ৰ মৈত্ৰ কটন কলেজ পৰিদৰ্শন কৰিবলৈ আহিছিল। তেওঁ কলেজত এটা বক্তৃতা দিছিল আৰু সেই প্ৰসঙ্গত কৈছিল যে জাৰ্মান লেখক লেছিঙে এঠাইত কৈছে—"যদি ঈশ্বৰে মোক 'সত্য' আৰু 'সত্যৰ অনুসন্ধান' এই দুটাৰ এটা বাছি লবলৈ কয় তেনেহলে মই 'সত্যৰ-অনুসন্ধান' বাছি ল'ম।" সেই বেলি ইংৰাজীৰ মাহেকীয়া পৰীক্ষাত আমাক অধ্যক্ষ মৈত্ৰৰ কলেজ পৰিদৰ্শন আৰু বক্তৃতাৰ সম্বন্ধে এখন ৰচনা লিখিবলৈ কোৱা হয়। মই লেছিঙৰ কথাটো উল্লেখ কৰি লিখিলো যে তেওঁ (অৰ্থাৎ লেছিঙে) এই প্ৰসঙ্গত আৰু এটা কথা কৈছিল—তেওঁ সত্যৰ অনুসন্ধান বৰণ কৰিব কিয়নো সত্যৰ ওপৰত কেৱল মাত্ৰ ঈশ্বৰৰ হে অধিকাৰ। কটন কলেজৰ লাইব্ৰেৰীত থকা এটা জাৰ্মান কিতাপৰ ইংৰাজী অনুবাদত মই কথাটো পাইছিলো। পৰীক্ষাৰ কেই দিনমানৰ পিচত অধ্যাপক ৰায়ে শ্ৰেণীত কৈছিল, "মিঃ সন্দিকৈয়ে লেছিঙৰ গোটেই উক্তিটো তুলি দিছে!" তেওঁৰ মুখত এই কথা শুনি মই মনে মনে বৰ ৰং পাইছিলো আৰু উৎসাহিত হৈছিলো।

মই কটন কলেজ এৰাৰ পিচত ১৯১৯ চনত এম-এ পৰীক্ষাৰ আগতে দুমাহমান খিলঞ্জত আছিলো। তেতিয়া এখন বাজৰা চাহ মেলত তেওঁ খুহুটীয়া বঙালী গান গাই সকলোকে হঁহুৱাইছিল। তেওঁক মই আগেয়ে গান গোৱা দেখা নাছিলো। তেওঁৰ গান শুনি এজন বঙালী ভদ্ৰলোকে মন্তব্য প্ৰকাশ কৰিছিল—"পি চি ৰয়ৰ অনেক গুণ।"

ইয়াৰ বহুত দিনৰ পিচত মই গুৱাহাটী বিশ্ববিদ্যালয়ত থাকোতে তেওঁ এবাৰ গুৱাহাটী বিশ্ববিদ্যালয়লৈ অহাৰ কথা ভাবিছিল। ১৯৫৩ চনত যেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰতিযোগিতা পৰীক্ষাৰ বাবে আমাৰ ল'ৰা প্ৰস্তুত কৰিবৰ কাৰণে এটা ইংৰাজী শ্ৰেণী স্থাপন কৰিবলৈ যো যা কৰিছিল তেতিয়া তেওঁ কলিকতাৰ পৰা মোলৈ এখন চিঠি দিছিল। তেতিয়া তেওঁৰ বয়স ৬০ ৰ ওপৰ। তাত তেওঁ লিখিছিল যে তেওঁ বেছি ভাগ সময় আলোচনী কাকত পঢ়ি কটায় আৰু বি-চি-ৰয় এণ্ড কম্পেনীৰ, অৰ্থাৎ ৰাষ্ট্ৰনীতিৰ কোনো খবৰ নেৰাখে। যদি প্ৰস্তাৱিত কামটো বেছি পৰিশ্ৰমসাপেক্ষ নহয় তেনেহলে তেওঁ গুৱাহাটীলৈ আহিব পাৰে। ইয়াৰ কেইদিনমান পিচতে যোৰহাটত মোৰ টান নৰিয় হয় আৰু কেবামাহো হস্পিটালতে থাকিব লগা হয়। মোৰ বেমাৰৰ ভিতৰতে তেওঁ আকৌ লিখিলে যে এতিয়া তোমাৰ বেমাৰ বুলি শুনিছো, মই আগেয়ে দিয়া চিঠিখনৰ বিষয়ে তুমি আৰু ভাবিব নেলাগে। মোৰ গুৱাহাটীলৈ যোৱা নহ'ব। অসমৰ লগত তেওঁৰ সম্বন্ধ কিমান ঘনিষ্ঠ তাক 'আসাম ট্ৰিবিউন'ত তেওঁ লিখা প্ৰবন্ধবিলাকৰ পৰাই বুজিব পাৰি। তেওঁৰ পৱিত্ৰ স্মৃতি মোৰ মনত সদায় জাগ্ৰত হৈ আছে। তেওঁৰ নিচিনা অধ্যাপকৰ তলত পঢ়িবলৈ পোৱাটো ভাগ্যৰ কথা। ১৯৭১ চনত তেওঁৰ মৃত্যুৰ বাতৰি পাই তেওঁৰ সকলো পুৰণি ছাত্ৰই বৰ শোক পাইছিল।

---

# ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মানিত

১৯২০ চনত কৃষ্ণকান্ত সন্দিকৈদেৱ লণ্ডনলৈ যায়। তেওঁৰ প্ৰথমতে একান্ত ইচ্ছা আছিল বিলাতলৈ গৈ সংস্কৃতত ডক্টৰেট ডিগ্ৰী লোৱা। কিন্তু তালৈ গৈয়ে তেওঁ মন বদলায় আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ত নাম লগায়। কিন্তু অক্সফোৰ্ডলৈ যোৱাৰ আগতে প্ৰথমে আঠ মাহ লণ্ডনতে থাকে। তাত সেই সময়ত তেওঁ বৃটিছ মিউজিয়ামত অধ্যয়ন কৰিবলৈ লয় আৰু ভাষা শিকিবলৈ ধৰে। এই মিউজিয়ামত অধ্যয়ন কৰি থকা কালছোৱাতে তেওঁ "অনুবাদৰ কথা" নামৰ প্ৰখ্যাত প্ৰবন্ধটো লেখে আৰু সেই প্ৰবন্ধটো ১৯২১ চনত 'চেতনা'ত প্ৰকাশ হয়।

১৯২০ চনৰ অক্টোবৰ মাহৰ পৰা সন্দিকৈ অক্সফোৰ্ডত থাকি "মডাৰ্ণ হিষ্টৰী" বিষয়ত এম-এ পঢ়ে। কিন্তু তাৰ আগতে লণ্ডনত থাকোতেই ভাষা-স্কুলত ( Language School ) শিক্ষা আৰম্ভ কৰে। ভাষা শিকাৰ প্ৰতি তেওঁৰ যি প্ৰবল ধাউতি সেই কাৰণেই সেই অলপ দিনৰ ভিতৰতে ফৰাচী আৰু জাৰ্মান ভাষা ভালকৈ শিকি লয়। লেটিনত Correspondence Course লয়। অক্সফোৰ্ডলৈ যোৱাৰ পিছতো তেখেতে বিদেশী ভাষাৰ অধ্যয়ন চলাই থাকে। তাতে ইটালিয়ান আৰু ৰুচ ভাষা শিকিবলৈ আৰম্ভ কৰে। সন্দিকৈৰ পৰা শুনা গ'ল যে ইউৰোপত থকা অৱস্থাত তেওঁ দিনে ১২।১৩ ঘণ্টাকৈ অধ্যয়ন কৰিছিল।

১৯২৩ চনত অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা সন্দিকৈয়ে "মডাৰ্ণ হিষ্টৰী"ত অনাৰ্চ ডিগ্ৰী লোৱাৰ পিছত পেৰিচলৈ আহে। ( অক্সফোৰ্ডৰ পৰা অনাৰ্চ ডিগ্ৰী লৈ পাছ কৰিলেই এম-এ উপাধি লিখিব পাৰে। )

অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ ৰিডাৰ ইক'নমিক হিষ্টৰীৰ ( Reader in Economic History ) অধ্যাপক ই-লিপ্চনে ( Prof. E. Lipson) সন্দিকৈৰ সম্বন্ধে তলত দিয়া ধৰণে অভিমত দিছিল—

"From what I saw of Mr. K. K. Handiqui's work

for the History Schools I formed the impression that he was a very thorough and sound worker. His essays were based on extensive reading and showed solid knowledge in point of learning : [ মই শ্ৰী কে কে সন্দিকৈৰ বুৰঞ্জী শাখাৰ প্ৰতি কৰা কামৰ পৰা যি দেখিলো তাৰ পৰা মোৰ এই ধাৰণা হ'ল যে তেওঁ অতি নিখ'চিকৈ পঢ়া লোক আৰু অতি সুদক্ষ কৰ্মী। তেওঁৰ নিৱন্ধসমূহত বিস্তাৰিত অধ্যয়নৰ পৰিচয় পোৱা যায় আৰু পাণ্ডিত্যৰ ফালৰ পৰা সেয়ে সুদৃঢ় জ্ঞানৰ পৰিচয় সূচায়। ]

অক্সফোৰ্ডত সন্দিকৈ তিনি বছৰ থাকি প্ৰায় চাৰি বছৰকাল ফ্ৰান্স আৰু জাৰ্মানিত কটায়। তেওঁৰ মতে এই চাৰি বছৰত তেওঁ কেইবাটাও ডিগ্ৰী ল'ব পাৰিলেহেঁতেন, কিন্তু ডিগ্ৰী লোৱাতকৈ লাইব্ৰেৰীৰ অধ্যয়নত সন্দিকৈয়ে বেছি গুৰুত্ব দিছিল। গতিকে ফ্ৰান্স আৰু বিশেষকৈ জাৰ্মানিত থকা কালত বিভিন্ন লাইব্ৰেৰী আৰু মিউজিয়ামত অধ্যয়ন কৰিয়ে সুদীৰ্ঘ চাৰিটা বছৰ অতিবাহিত কৰে। গতিকে ডেকা কালৰ পৰাই সন্দিকৈৰ অধ্যয়নৰ প্ৰতি প্ৰৱল হাপ জন্মে আৰু সেয়ে কালত জীৱনজোৰা ব্ৰত হৈ পৰে।

অক্সফোৰ্ডত থাকোতে সন্দিকৈয়ে বুৰঞ্জী বিষয়ৰ বাহিৰেও ভাষাতত্ত্বৰ ব্যাখ্যানত যোগ দি বহুত জ্ঞান অৰ্জন কৰে। অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বন্ধবোৰ বৰ দীঘলীয়া আছিল। এই কাৰণেই তেওঁ লণ্ডনত বৃটিছ মিউজিয়ামত ভাষা আৰু সাহিত্য সম্পৰ্কে পঢ়িবলৈ বৰ সুবিধা পাইছিল।

ফ্ৰান্সত থকা অৱস্থাত মস্কোৰ আৰ্ট থিয়েটাৰৰ এটা কোম্পানী পেৰিচলৈ আহে। এই মস্কো আৰ্ট থিয়েটাৰৰ দ্বাৰা অভিনীত চেকভৰ cherry orchard ( চেৰি বাগান, ৰুচ ভাষাত—ভীছনেভি চাদ ) অৰ অভিনয় চোৱাৰ আগতে তেওঁ চেকভৰ সেই কিতাপখন ৰুচ ভাষাত পঢ়ি লয়—তাৰ পিচতহে অভিনয় চাবলৈ যায়। এই অভিনয় চায়ে তেওঁ ফ্ৰান্সৰ পৰা ১৯২৬ চনত 'ৰুচ অভিনয়' নামৰ প্ৰবন্ধ লিখে। এই প্ৰবন্ধটো ছপা হয়—বাঁহীত।

বাৰ্লিনত থাকোতে ১৯২৬ চনত সন্দিকৈ ডাঙৰীয়াই লগ পায় ভাৰতীয় বিপ্লৱী—মহম্মদ বৰকতুল্লাক। এওঁ জাপানতো বহুত দিন আছিল। বুঢ়া বয়সতহে এওঁ বাৰ্লিনত থাকিবলৈ লয়। এওঁ এখন আৰবী কাকত সম্পাদনা কৰিছিল। সেই কাকতখন ছপা হৈছিল বাৰ্লিনত আৰু প্ৰচলিত হৈছিল—মধ্য প্ৰাচ্যত। এই বৰকতুল্লাৰ লগত সন্দিকৈ ডাঙৰীয়াৰ বন্ধুত্ব গঢ়ি উঠিছিল—সদায় গধূলি এওঁৰ লগত ফুৰা-চকা কৰিছিল। এই বৰকতুল্লাৰ লগত তেওঁৰ বন্ধুত্ব থকাৰ খবৰ পাই অসম চৰকাৰৰ গুপ্তচৰ বিভাগৰ পৰা সন্দিকৈ বাৰ্লিনত থকা সম্বন্ধে দেউতাকক ভালেখিনি প্ৰশ্ন সুধিছিল। তেওঁ যিহকে নকৰক লাগিলে বৰকতুল্লাক কিন্তু কৃষ্ণ সন্দিকৈয়ে বৰ ভাল পাইছিল। এজন বিপ্লৱী বুলি নহয়—তেওঁৰ আন কিছুমান সৎ গুণ আৰু জ্ঞান পিপাসু এটা মনৰ কাৰণেহে। এই বৰকতুল্লাৰ মৃত্যু হয় আমেৰিকাত। বৰকতুল্লাই সন্দিকৈক আৰবী শিকিবলৈ বৰকৈ উদগাইছিল আৰু অলপ দিনৰ ভিতৰতে শিকাই দিম বুলিছিল কিন্তু আৰবী শিকিবলৈ যোৱা হ'লে তেওঁ বাৰ্লিনত অন্ততঃ আৰু এবছৰ বেছিকৈ থাকিব লাগিলহেঁতেন এই কাৰণে আৰু ভাষা শিকিবলৈ মন নেমেলিলে।

[ শ্ৰীদীনেশচন্দ্ৰ চট্টোপাধ্যায় সম্পাদিত বঙালী আলোচনী 'কিশোৰ ভাৰতী'ত ( সপ্তম বৰ্ষ, ষষ্ঠ সংখ্যা-মাৰ্চ-১৯৭৫ ) এটা প্ৰবন্ধ পঢ়িলো—'প্ৰধানমন্ত্ৰী বৰকতুল্লা।' এই প্ৰবন্ধত উল্লেখ কৰিছে যে বৰকতুল্লা আছিল দেশীয় ৰাজ্য ভূপালৰ এজন ৰাজকৰ্মচাৰীৰ পুত্ৰ। এওঁ ভাৰতৰ স্বাধীনতাৰ কাৰণে বিপ্লৱত যোগ দিয়ে ইংলেণ্ডত উচ্চ শিক্ষা লবলৈ যাওঁতে। এওঁ জাপানৰ টোকিও বিশ্ববিদ্যালয়ৰ হিন্দুস্তানী ভাষাৰ অধ্যাপক হৈছিলগৈ। এওঁ জাপানৰ পৰা আমেৰিকালৈ গৈ 'গদৰ পাৰ্টি'ত যোগ দি বৈপ্লৱিক প্ৰচাৰ কাৰ্য্যত লিপ্ত হয়। 'বাৰ্লিন কমিটি'ত যোগ দি বৰকতুল্লাই সক্ৰিয় অংশ গ্ৰহণ কৰে। প্ৰবন্ধৰ শেষত আছে—"মধ্য প্ৰাচ্যেৰ মুসলিম ৰাষ্ট্ৰগুলিৰ সঙ্গে সমান ৰাষ্ট্ৰীয় মৰ্যাদা নিয়ে আলোচনা চালাবাৰ উদ্দেশ্যে কাবুলেৰ ভাৰতীয় বিপ্লৱীৰা এক 'অস্থায়ী স্বাধীন সৰকাৰ' গঠন কৰিলেন। এই সৰকাৰেৰ সভাপতি হলেন ৰাজা মহেন্দ্ৰ প্ৰতাপ, প্ৰধানমন্ত্ৰী

অধ্যাপক বৰকতুল্লা, আৰু ওবেতুল্লা প্ৰমুখেৰা এক-একটি দপ্তৰেৰ মন্ত্ৰী নিৰ্বাচিত হয়েছিলেন। কাবুল হয়েছিল এই অস্থায়ী স্বাধীন সৰকাৰেৰ সাময়িক হেড-কোয়াৰ্টাস।" লেখক—সাপ্তিক।]

সেই তেনেকৈ তেওঁ পেৰিচত থাকোতে আন এজন ব্যক্তি লগ পায় —জমিল পেশ্বোৱাৰীক। তেওঁৰ লগতো সন্দিকৈৰ বৰ বন্ধুত্ব গঢ়ি উঠিছিল। তেওঁ বোলে এজন ডাঙৰ গুপ্তচৰ আছিল। বৰকতুল্লাক এই জমিল পেশ্বোৱাৰীয়ে বৰ অসুবিধা দিছিল আৰু বিপদত পেলাইছিল। কিন্তু সন্দিকৈক জমিলে কোনো দিন একো অসুবিধা দিয়া নাছিল। বন্ধুৰূপেই তেওঁক ব্যৱহাৰ কৰিছিল আৰু শেষলৈকে বন্ধুত্ব অটুট আছিল। সম্ভৱতঃ সন্দিকৈৰ সাধু স্বভাৱ আৰু জ্ঞান-পিপাসু মন এটাৰ সন্ধান পোৱাতে এনে এজন গুপ্তচৰৰ মনকো তেওঁ জয় কৰিব পাৰিছিল। 'আপোন ভালেই জগত ভাল' কথাষাৰ সন্দিকৈ ডাঙৰীয়াতে খাটে।

সন্দিকৈয়ে পেৰিচত থাকে প্ৰায় আঢ়ৈ বছৰ আৰু এই গোটেই সময়ছোৱা ভাষা শিকা আৰু অধ্যয়নতে কটাইছিল। ইয়াতে তেওঁ জাৰ্মান, ইটালিয়ান আৰু ৰাচিয়ান এই তিনিওটা ভাষাৰ সাহিত্য অধ্যয়ন কৰিছিল কেবাজন অধ্যাপকৰ তলত। এইবিলাক ভাষা তেওঁ অক্‌স্‌ফোৰ্ডতে ভালকৈ শিকি আহিছিল।

তেওঁ পেৰিচ বিশ্ববিদ্যালয়তো নাম লগাই লৈছিল। কিন্তু কোনো ডিগ্ৰী ল'বৰ কাৰণে তেওঁ তাত নাম লগোৱা নাছিল। একমাত্ৰ ফৰাচী ভাষা-সাহিত্যৰ কথা জানিবৰ কাৰণেই তাত ভৰ্তি হৈছিল। ডঃ বাৰ নামৰ এজন পণ্ডিতৰ লগত ফৰাচী সাহিত্যৰ কোনো কোনো গ্ৰন্থও পঢ়িছিল। French symboilst Movement অৰ (ফৰাচী সাহিত্যৰ প্ৰতীক-বাদী আন্দোলন) তেওঁ এজন বিশেষজ্ঞ পণ্ডিত আছিল। তেওঁৰ সেই বিষয়ৰ প্ৰামাণিক গ্ৰন্থও আছে বুলি সন্দিকৈ ডাঙৰীয়াৰ পৰা জনা গ'ল।

সন্দিকৈ ডাঙৰীয়াক মই এটা প্ৰশ্ন সুধিছিলো যে আপুনি ইউৰোপৰ অতি প্ৰখ্যাত দেশ ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মানিত বহুত দিন কটালে। তাত থাকি তেওঁলোকৰ প্ৰতিটো জাতিৰ সম্বন্ধে কি ধাৰণা হ'ল চমুকৈ ক'বনে? তেতিয়া সন্দিকৈ ডাঙৰীয়াই মোৰ প্ৰশ্নটোৰ প্ৰত্যক্ষ উত্তৰ

নিদি—ডঃ বাৰৰ প্ৰসঙ্গতে এটা বৰ আমোদজনক কথা কৈছিল। তেওঁক বোলে সন্দিকৈয়ে এটা প্ৰশ্ন সুধিছিল যে, ফৰাচী, জাৰ্মান আৰু ইংৰাজ এই তিনি জাতিৰ আলোচনা প্ৰণালীৰ বিশেষত্বৰ সম্বন্ধে তেওঁ কি ভাবে। তেওঁ কথাটো শুনি হাঁহিলে আৰু একো নকৈ এখন ফৰাচী কিতাপৰ পৰা এটা গল্প পঢ়ি শুনালে। গল্পটো আছিল এই—এবাৰ ইউৰোপত উটৰ বিষয়ে এখন উৎকৃষ্ট ৰচনাৰ কাৰণে এটা বৰ আকৰ্ষণীয় পুৰস্কাৰ ঘোষণা কৰা হৈছিল। ইয়াৰ কাৰণে এজন ইংৰাজ, এজন ফৰাচী আৰু এজন জাৰ্মানে প্ৰতিযোগিতা কৰি উটৰ বিষয়ে ৰচনা লিখিবলৈ ল'লে। ইংৰাজজনে তেওঁৰ সকলো বয়-বস্তু বান্ধি আৰব দেশলৈ গৈ মৰুভূমিত বাহৰ পাতি উটৰ গতি-বিধি লক্ষ্য কৰি এখন ৰচনা লিখিবলৈ ললে। যাওঁতে তেওঁ লগত 'গল্ফ' খেলা সৰঞ্জামো লৈ গৈছিল। ফৰাচী-জনে উটৰ বিষয়ে বিশেষ একো অনুসন্ধান নকৰাকৈ সুন্দৰ ভাষাত এখন ৰচনা লিখিলে। তাত বহুত কথাই থাকিল কিন্তু তাৰ পৰা উটৰ বিষয়ে ভাল এটা ধাৰণা পোৱা নগ'ল। ইফালে জাৰ্মানজনে গ্ৰন্থাগাৰত বহি উটৰ বিষয়ে গভীৰ গৱেষণা আৰম্ভ কৰিলে আৰু তেওঁ বোলে এতিয়াও সেই ৰচনা লিখিয়ে আছে। —এই গল্পটো হাঁহি উঠা হলেও তিনিওটা জাতিৰ চাৰিত্ৰিক বৈশিষ্ট্য ইয়াত একেবাৰে ফুটি নোলোৱা নহয়।

সন্দিকৈয়ে পেৰিচ বিশ্ববিদ্যালয়ত সংলগ্ন ভাষা শিক্ষালয়ৰ দুজন বিশিষ্ট অধ্যাপক ধৰি ইটালিয়ান আৰু ৰাচিয়ান সাহিত্যৰ অনুশীলন কৰে। ৰাচিয়ান পঢ়াইছিল এগৰাকী বয়োবৃদ্ধা অধ্যাপিকা Madame Walzoff ( ভালজভ ) এ। ইটালিয়ান পঢ়াইছিল Signor Mazzi নামৰ এজন অধ্যাপকে। এওঁ আছিল অতি বয়োবৃদ্ধ।

পেৰিচ বিশ্ববিদ্যালয়ত নাম লগোৱা সম্পৰ্কত সন্দিকৈ ডাঙৰীয়াৰ মুখত এটা হৃদয়গ্ৰাহী কাহিনী শুনিছিলো। "ফৰাচী সাহিত্যৰ কোনো কোনো বিষয়ত ব্যাখ্যান শুনিবৰ কাৰণে মই পেৰিচ বিশ্ববিদ্যালয়ত ভৰ্তি হৈছিলো। বিদেশী ছাত্ৰই নাম লগাওঁতে বিশ্ববিদ্যালয়ৰ নিয়ম অনুসৰি বিদেশত পোৱা ডিগ্ৰী আদিৰ চাৰ্টিফিকেটৰ ফৰাচী অনুবাদ দাখিল কৰিব লাগে। এনেকুৱা অনুবাদৰ কাৰণে আইনসন্মত অনুবাদক আছে,

তেওঁলোকক Traducteur juré বোলে। মই কলিকতা আৰু অক্স-ফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা নিয়া চাৰ্টিফিকেট দুখন অনুবাদ কৰিবৰ কাৰণে এনেকুৱা এজন অনুবাদকৰ হাতত দিছিলো। কলিকতাৰ চাৰ্টিফিকেট খনত মই যে সংস্কৃতৰ বৈদিক শাখাত ভালকৈ এম-এ পাছ কৰিছিলো তাৰ উল্লেখ আছিল। নিৰ্দিষ্ট দিনত কাগজ-পত্ৰবিলাক আনিবলৈ যাওঁতে মই লক্ষ্য কৰিলো যে বয়োবৃদ্ধ অনুবাদক জনে সেই দিনা মোক অহা দেখি চকীৰ পৰা উঠি মোক আগবঢ়াই নিলে আৰু এটা সৰুসুৰা বক্তৃতা দিলে। তেওঁ ক'লে, 'মই দেখিছো আপুনি এজন Brahme (ব্ৰাহ্ম্) অৰ্থাৎ ব্ৰাহ্মণ। আপুনি নিজৰ দেশৰ প্ৰাচ্য বিদ্যা সাং কৰি এতিয়া আমাৰ দেশলৈ পাশ্চাত্য সাহিত্য আৰু সভ্যতা অধ্যয়ন কৰিবলৈ আহিছে। মই আপোনাক সহায় কৰিবলৈ সাজু আছো আৰু আৱশ্যক হ'লে বিশ্ববিদ্যালয়লৈ গৈ সকলো দিহা কৰি দিম।' মই তেওঁক প্ৰচুৰ পৰিমাণে ধন্যবাদ দি ঘূৰি আহোতে মনতে ভাবিলো কলিকতা বিশ্ব-বিদ্যালয়ত কত ছাত্ৰই বেদৰ শাখাত এম-এ পাছ কৰিব লাগিছে এওঁ কিন্তু চাৰ্টিফিকেটখন দেখি মোক প্ৰাচ্যবিদ্যামহাৰ্ণৱ বুলি ভাবিছে। কথাটো মনলৈ অহাত মোৰ অলপ হাঁহি উঠিল, কিন্তু সুশিক্ষিত বিদেশী এজনৰ প্ৰাচীন ভাৰতীয় কৃষ্টি আৰু বিদ্যাৰ প্ৰতি এনে শ্ৰদ্ধা দেখি গৌৰব অনুভৱ কৰিছিলো আৰু এই কথাটো মনত পৰিলে আজিও মোৰ এটা গৰ্ব ভাব হয়।"

পেৰিচৰ প্ৰসঙ্গত আৰু এটা কাহিনী সন্দিকৈ ডাঙৰীয়াই আমাক কৈছিল। "১৯২১ চনত মই অক্সফোৰ্ডত থাকোতে বন্ধ এটাত এসপ্তাহৰ কাৰণে পেৰিচলৈ গৈছিলো নগৰখন চাবৰ কাৰণে। মোৰ লগত এজন ভাৰতীয় বন্ধু আছিল। আমি গৈ মধ্যবিত্ত শ্ৰেণীৰ এটা হোটেলত নামিলো। আমাক দেখিয়েই অফিচত কাম কৰি থকা মহিলা গৰাকীয়ে আমাৰ লগত ইংৰাজীৰে কথা পাতিবলৈ ধৰিলে আৰু আমি কি জাতীয় সুধিলে —আমেৰিকান ইণ্ডিয়ান নে বৃটিছ ইণ্ডিয়ান? ইয়াৰ পৰাই ইউৰোপত তেতিয়া সাধাৰণ মানুহৰ ভাৰতীয় লোকৰ বিষয়ে কি ধাৰণা আছিল বুজিব পাৰি। এতিয়া এই ধাৰণাৰ কিমান উন্নতি হৈছে তাক অৱশ্যে

মই ক'ব নোৱাৰো। সি যি নহওক, মই পেৰিচত থাকোতে মোক সকলোৱে জাপানী বুলি ভাবিছিল, সম্ভৱতঃ চেহেৰাৰ কাৰণে। মই কথাটো বৰ বেয়া পোৱা নাছিলো। কাৰণ সকলো ঠাইতে জাপানীসকলে আদৰ পায় আৰু পাশ্চাত্যৰ মানুহে তেওঁলোকক নিজৰ সমকক্ষ বুলি ভাবে। এবাৰ কিন্তু মোৰ বিষয়ে এনে ধাৰণা হোৱা বাবে বিপাঙত পৰিছিলো। এদিন পেৰিচত এটা ৰেষ্টুৰেণ্টত মই এজন ব্ৰাজিলৰ মানুহৰ লগত একেখন মেজতে খাব লগীয়া হৈছিল। সোধ-পোচ নাই তেওঁ মই নজনা ভাষা এটাত অনৰ্গল কথা ক'বলৈ ধৰিলে। 'নিপন' কথাবাৰ তুবাৰ নে এবাৰ তেওঁৰ মুখত শুনি মই জাপানী নহওঁ বুলি কৈ কথা পৰিলো। তেতিয়া তেওঁ ফৰাচীতে ক'লে বোলে তেওঁ বহুত দিন জাপানত আছিল আৰু মোক জাপানী বুলি ভাবিছিল।"

সন্দিকৈ পেৰিচত থাকোতে সকলো লাৰডীয়ুষ্ট গোটখাই মাজে-সময়ে নানা আলোচনা-বিলোচনা কৰি চাহ মেলত যোগ দিছিল। সন্দিকৈয়ে তাতে শ্বাহীদ চুৰাৱৰ্দীৰ লগ পায়। সন্দিকৈ ৰিলা হলে যোৱাৰ আগতে তেওঁ অক্সফোৰ্ডত জাৰ্মান সাহিত্য অধ্যয়ন কৰিছিল আৰু জাৰ্মান কবি নভেলিচৰ (Novalis) বিষয়ে এটা নিবন্ধ লিখিছিল। পেৰিচৰ এনে এখন প্ৰীতি সম্মিলনতে চুৰাৱৰ্দীক সাক্ষাৎ লাভ কৰি বহুতো কথা তেওঁৰ মুখৰ পৰা সন্দিকৈয়ে শুনিবলৈ সুবিধা পাইছিল। তেওঁ কেইবাবছৰ ৰাছিয়াত আছিল। তাত থাকোতেই তেওঁ বিখ্যাত আৰ্ট থিয়েটাৰৰ সংলগ্ন আছিল আৰু নাট্য-কলা অধ্যয়ন কৰিছিল, আৰু স্পেইনৰ মুৰ্বিলাকৰ চিত্ৰকলা সম্পৰ্কীয় সূক্ষ্ম আলোচনা কৰিছিল। এই কাৰণেই তেওঁ ভাৰতলৈ ঘূৰি অহাত কলিকতা বিশ্ববিদ্যালয়ে বাগেশ্বৰী সুকুমাৰ কলা অধ্যাপক (Bageswari Professor of Fine Arts) নিয়োগ কৰে। দেশ বিভাজনৰ পিচত এই অধ্যাপকজন পাকিস্তান লোক-সেৱা আয়োগৰ সদস্য হয়। এওঁ বৰ গম্ভীৰ প্ৰকৃতিৰ লোক আছিল আৰু সন্দিকৈৰ লগত নানা কথাৰ আলোচনা-বিলোচনা কৰিছিল। এনে এখন প্ৰীতি মেলতে মিচ স্লেডৰ (Miss Slade-পিচত মীৰাবেন) লগত দেখা হয়। তাত সন্দিকৈয়ে তেওঁৰ গোহাৰিলৈ লক্ষ্য কৰি দেখা

পাইছিল যে তেওঁ ইউৰোপীয় সাজ-পাৰ পিন্ধিলেও খদ্দৰবহে আছিল। তেওঁ তেতিয়া চুইজাৰলেণ্ডত থাকি ভাৰতীয় নীতি-নিয়ম পালি চলিবলৈ অভ্যাস কৰিছিল। সন্দিকৈয়ে ধাৰণা কৰিছিল যে বোধ হয় ভাৰতীয় নীতি-নিয়ম আৰু আহাৰাদি খোৱা কাৰণে অন্যান্য ইউৰোপীয় মহিলাতকৈ বেলেগ হৈ গৈছিল। দেখিলে ইংৰাজ মহিলাৰ নিচিনা নেদেখাইছিল। চেহেৰা আৰু বৰণ ভাৰতীয়ৰ নিচিনাই হৈ পৰিছিল। সেই সময়ত ওলোৱা পেৰিচৰ এখন কাকতত ওলাইছিল যে তেওঁ এজন ইংৰাজ এড্‌মিৰেলৰ জীয়েক।

সন্দিকৈ ডাঙৰীয়াই জাৰ্মান সাহিত্য অধ্যয়ন কৰে চুইজাৰ্লেণ্ডৰ পৰা ডক্টৰট উপাধি পোৱা দুজন অধ্যাপকৰ অধীনত। তেওঁলোক দুয়ো আছিল জাৰ্মান ভাষা-ভাষীলোক। পেৰিচত সেই সময়ত (প্ৰথম মহাসমৰৰ পিচত) জাৰ্মান লোক অতি বিৰল আছিল। তেওঁলোকে সাধাৰণতে ফৰাচী আৰু নিজ মাতৃ ভাষাৰ বাহিৰে আন ভাষা নাজানিছিল আৰু তেওঁলোকে নিজ নিজ ভাষাতে শিকাইছিল আৰু সন্দিকৈদেৱেও সেই ভাষাতে কথা ক'ব লগা হৈছিল। ঠিক এনেকৈয়ে ৰুচ আৰু ইটালিয়ান অধ্যাপক দুজনৰ ওচৰতো শিক্ষা গ্ৰহণ কৰিব লগা হৈছিল।

ইয়াতে শ্ৰীসন্দিকৈয়ে মন্তব্য কৰে, "ভাষা শিকাৰ আটাইতকৈ উৎকৃষ্ট প্ৰণালী এয়ে যে যাৰ যি মাতৃ ভাষা তেওঁৰ গুৰিত সেই ভাষাৰ যোগেদি শিক্ষা গ্ৰহণ কৰিব লাগে।" ইয়াৰ বাহিৰেও তেওঁৰ মতে— পেৰিচ হৈছে ভাষা শিক্ষাৰ উৎকৃষ্ট স্থান। কাৰণ, ইয়াত ইউৰোপৰ মানুহৰ যিমান সমাগম আন কোনো ৰাজধানীতে তেনে নহয়।

সন্দিকৈ পেৰিচত থাকোতে দিনৰ ভাগত তেওঁ অধ্যয়ন কৰিছিল— অধ্যাপকসকলৰ লগত। ৰাতি তেওঁ নিজে নিজে অধ্যয়ন কৰিছিল— লেটিন আৰু গ্ৰীক। ইয়াৰ ভিতৰতে তেওঁ নিজে নিজে কোনো শিক্ষকৰ সহায় নোলোৱাকৈ স্পেনিচ্ ভাষাও শিকিছিল। কিন্তু নিজে কোৱামতে সেই ভাষাত তেওঁ পঢ়িবহে পাৰিছিল—ইয়াৰে কথা ক'ব পৰা নাছিল। ফৰাচী আৰু ইটালিয়ান জানিলে হেনো স্পেনিচ্ ভাষা শিকা অতি সহজ হয়। এইদৰে প্ৰায় আঢ়ৈ বছৰ পেৰচত কটাই বাৰ্লিণলৈ

যায়। প্ৰখ্যাত ইংৰাজ কবি অস্কাৰ ৱাইল্ড পেৰিচৰ যিটো হোটেলত আছিল আৰু ঢুকাইছিল তাতেই শ্ৰীসন্দিকৈয়ে দুবছৰৰ ওপৰ কাল কটায়।

সন্দিকৈ ডাঙৰীয়াৰ পৰা প্ৰশ্ন কৰি জানিব পৰা গ'ল যে অধ্যাপক-সকলৰ প্ৰত্যেককে তেওঁ মাহিলি বানচ দিছিল। কিন্তু লগতে ইয়াকো কয় যে তেওঁলোকৰ পৰা সন্দিকৈয়ে যি উপকাৰ পালে তাৰ তুলনাত সেই বানচ একোৱেই নহয়। কিন্তু সবাতোকৈ ডাঙৰ কথা যে এই আঠেটা বছৰৰ ভিতৰত তেওঁলোকৰ লগত তেওঁৰ গভীৰ বন্ধুত্ব আৰু সদ্ভাৱ গঢ়ি উঠিছিল।

তেওঁৰ জাৰ্মান অধ্যাপক ডয়োজন ডেকা মানুহ আছিল আৰু তেওঁ-লোকৰ লগত সদায়ে ফুৰা-চকা কৰিছিল গতিকে কথিত জাৰ্মান ভাষা কোৱাত পাৰদৰ্শিতা লাভ কৰিছিল। জাৰ্মানিলৈ যাওঁতে সেই কাৰণে তেওঁৰ বৰ সুবিধা হৈছিল। জাৰ্মানিলৈ যোৱাৰ পিছত সন্দিকৈৰ এজন শিক্ষিত জাৰ্মান লোকৰ লগত পৰিচয় হৈছিল। কথা প্ৰসঙ্গত তেওঁ সন্দিকৈক কৈছিল যে "আপুনি সুন্দৰ জাৰ্মান ভাষা কয় আৰু বহুত দিন জাৰ্মানিত থকা যেন লাগে।" লগতে তেওঁ ইয়াকো কৈছিল, "কিন্তু এইটো হাস্যাস্পদ ( spöttlich-স্প'টলিখ ) যে আপুনি জাৰ্মান ভাষা-সাহিত্য জাৰ্মানিত নপঢ়ি ফ্ৰান্সত পঢ়িলে।" "ইয়াৰ উত্তৰত মই কৈছিলো পেৰিচত মই জাৰ্মান ভাষাৰ বাহিৰেও আন ভাষাৰো অনুশীলন কৰিছিলো আৰু তাত যিমান সুবিধা আন ঠাইত তেনে সুবিধা নাই। কিন্তু ভাষা-সাহিত্য সম্পৰ্কে শিক্ষা আগবঢ়াবৰ কাৰণেহে মই জাৰ্মানিলৈ আহিছো। উচ্চ শিক্ষা লাভৰ কাৰণে জাৰ্মানি প্ৰখ্যাত বুলি মই জানো।"

সেই সময়ত জাৰ্মানি আৰু ফ্ৰান্সৰ মাজত বিদ্বেষ আছিল। ফৰাচী সংক্ৰান্ত সকলো কথাৰ প্ৰতি জাৰ্মানসকলৰ অৱজ্ঞা দেখা গৈছিল। সন্দিকৈয়ে আমাক কৈছিল "আন এজন শিক্ষিত জাৰ্মানৰ লগত কথা-বাৰ্তা হওঁতে মহাসমৰৰ কথা ওলাল। তেওঁ তেতিয়া ফৰাচী সৈন্য-বিলাকৰ বিষয়ে উপলুঙা কৰি কৈছিল যে বোমা আহি পৰিলে 'Maman, Maman' ( আয়ৈ, আয়ৈ ) বুলি চিঞৰে। এই বিষয়ত মই তেওঁৰ

আগত একো মন্তব্য প্ৰকাশ নকৰিলো। কিন্তু প্ৰথম মহাসমৰৰ ইতি-বৃত্তত পঢ়িছিলো যে ১৯১৬ চনত Verdun ৰ প্ৰচণ্ড যুদ্ধত এটা প্ৰধান দুৰ্গ জাৰ্মানিৰ আক্ৰমণত সম্পূৰ্ণ ধ্বংস হৈ যোৱাৰ পিছত ফৰাচীসকলে যেতিয়া আত্ম-সমৰ্পণ কৰে তেতিয়া জাৰ্মান সম্ৰাটৰ পুতেকে নিজে ফৰাচী সেনাধ্যক্ষজনক তেওঁবিলাকৰ বীৰত্বৰ কাৰণে অভিনন্দন জনাইছিল।”

জাৰ্মানিৰ এটা লাইব্ৰেৰীত পঢ়া সংক্ৰান্তত তেওঁ কৈছিল যে জাৰ্মানবিলাকৰ বাহিৰা কথা-বাৰ্তা কোৱাৰ ধৰণবিলাক কেতিয়াবা অলপ ৰুক্ষ বুলি বোধ হয়। “এবাৰ জাৰ্মান ৰাজ্যিক লাইব্ৰেৰীৰ Reference বিভাগত কিছুমান কিতাপ বিচাৰি থাকোতে এজন বিষয়াই আহি প্ৰায় ডাবি দিয়াৰ সুৰেৰে মোক সুধিলে—“was Suchen Sie ?” (আপুনি কি বিচাৰিছে ?) মই তেতিয়া তেওঁক বৰ অৱজ্ঞাৰ সুৰেৰে ক'লো—“Nibelungenlied” (নিবেলুঙ্গেনলিদ)। এইখন হ'ল মধ্যযুগৰ জাৰ্মান সাহিত্যৰ অতি বিখ্যাত মহাকাব্য। তেতিয়া সেই বিষয়াজনে মোক এখন সৰু মেজৰ ওচৰলৈ নি বহুৱাই এই বিষয়ে কি কি ভাল ভাল সমালোচনা গ্ৰন্থ ওলাইছে তাক আগ্ৰহেৰে দেখুৱাবলৈ ধৰিলে। তেতিয়াহে বুজিলো যে সেই বিষয়াজনৰ উদ্দেশ্য আছিল মোক সহায় কৰাহে।”

কৃষ্ণকান্ত সন্দিকৈৰ জ্ঞান-সাধনাৰ এই ঐকান্তিক আৰু অদমনীয় হেপাহ থকাৰ কাৰণেই সুদূৰ বিদেশত থাকিও বিদেশীলোকেই সেই ইচ্ছা পূৰণত তেওঁক উৎসাহ দিছিল। জ্ঞান-সাধকৰ বাট সকলোতে উন্মুক্ত।

**বাৰ্লিণত অধ্যয়ন—গ্ৰীক ভাষাতত্ত্ব আৰু ভিন ভিন সাহিত্যৰ বুৰঞ্জী অধ্যয়ন :** সন্দিকৈ ডাঙৰীয়াই পেৰিচত শিক্ষা লাভ কৰাৰ পিচত ১৯২৫ চনৰ মাজভাগত বাৰ্লিণলৈ যায়। বাৰ্লিণত তেওঁ কোনো শিক্ষক ধৰি পঢ়া নাছিল। ইয়াত তেওঁ অধ্যয়ন কৰিছিল বাৰ্লিণৰ বিখ্যাত ৰাজ্যিক লাইব্ৰেৰীত (Staatsbibliothek)। ইয়াৰ প্ৰসঙ্গ বিভাগ (Reference Section) ইউৰোপৰ সকলো লাইব্ৰেৰীতকৈ উৎকৃষ্ট। ইয়াত তেওঁ দিনে পাঁচ ঘণ্টাকৈ দেৰ বছৰ অধ্যয়ন কৰিছিল, বিশেষকৈ গ্ৰীক ভাষাতত্ত্ব আৰু বিভিন্ন পাশ্চাত্য সাহিত্যৰ বুৰঞ্জী। তেওঁৰ বৰ্তমান

ব্যক্তিগত পুথিভঁৰালৰ ভালেমান গ্ৰন্থ বাৰ্লিনত থাকোতেই কিনা। যিখন কিতাপৰ দোকানৰ পৰা সন্দিকৈয়ে কিতাপ কিনিছিল তাতে তেওঁ জমাও থৈছিল। সেই কিতাপৰ দোকানৰ পৰাই কিতাপ পঢ়িবলৈও আনিছিল। সেই দোকানখন সন্দিকৈৰ কাৰণে আন এখন লাইব্ৰেৰী যেন আছিল। তেওঁ আছিল Kant Strasse ৰ এটা হোটেলত। এই হোটেলটোৰ ওচৰতে আছিল এই দোকানখন। মুঠতে গোটেই দোকানখনেই সন্দিকৈৰ কাৰণে Lending Library ৰ নিচিনা হৈছিল। ঐকান্তিক ইচ্ছা আৰু আগ্ৰহ থাকিলে জ্ঞান আহৰণৰ ঠাই সকলোতে ওলায়।

সন্দিকৈ ডাঙৰীয়াই একেবাৰে হুমাবোলন বাৰ্লিনৰ বাজিক লাইব্ৰেৰীত নিতৌ পঢ়োতে পঢ়োতে—বিশ্ববিদ্যালয়তকৈও তেখেতৰ কাৰণে ই বেছি মূল্যবান বুলি বোধ হৈছিল আৰু সন্দিকৈয়ে তাত নিজে যিখিনি শিকিছিল তাকে শিক্ষাজীৱনত আটাইতকৈ বেছি মূল্যবান বুলি ভাবে। তেখেতৰ মুখে শুনিছিলো যে বিশ্ববিদ্যালয়ৰ ওচৰতে বাৰ্লিনৰ এটা সুবিখ্যাত ৰাস্তাৰ কাষত এই লাইব্ৰেৰীটো অৱস্থিত। এই ৰাস্তাৰ নামটো কবিত্বপূৰ্ণ। নামটো হৈছে উণ্টাৰ দেন লিণ্ডেন ( Unter den Linden ), অৰ্থাৎ 'লাণ্ডেন গছৰ তলত'। মধ্যযুগৰ জাৰ্মান কবি ভাল্‌ঠাৰ ফন্ দাৰ ফগেলভাইডে ( Walther von der Vogelweide ) এটা বিখ্যাত কবিতাৰ প্ৰথম শাৰী এইকেইটা শব্দৰে আৰম্ভ হৈছে। দুৰ্ভাগ্যবশতঃ দ্বিতীয় মহাসমৰত ১৯৪৫ চনৰ এপ্ৰিল মাহত কচ বাহিনীয়ে বাৰ্লিনৰ ওপৰত যি প্ৰচণ্ড গোলাবৰ্ষণ কৰিছিল তাত এই অঞ্চলৰ ঘৰ-বাৰীৰ বিস্তৰ ক্ষতি আৰু ধ্বংস হৈছিল।

সন্দিকৈয়ে জাৰ্মানিত থাকি বৰ ভাল পাইছিল, কিন্তু তেওঁৰ মতে 'মধুৰেণ সমাপয়েৎ' নহ'ল। কাৰণ যিখন দোকানে তেওঁক ইমান সহায় কৰিছিল সেই দোকানখনৰ এটা ব্যৱহাৰত আহিৰৰ সময়ত বৰ কষ্ট পাব লগা হ'ল। দোকানত জমা হৈ থকা বিভিন্ন ভাষাত লিখা প্ৰায় দুহেজাৰ-মান কিতাপ বাৰ্লিনত এৰি সন্দিকৈ গুচি আহে। দোকানখনৰ সন্দিকৈৰ লগত এইটোৱেই বন্দবস্ত আছিল যে তেওঁলোকে সন্দিকৈয়ে

দি যোৱা ঠিকনাত অতি শীঘ্রে গোটেই কিতাপখিনি পেৰিচলৈ পঠাই দিব আৰু তাৰ পৰাই তেওঁ জাহাজৰ টিকেট কাটি ভাৰত অভিমুখে যাত্রা কৰিব। কিন্তু সময় ওচৰ চাপি আহিল। এদিন দুদিনকৈ সময় গৈ থাকিল। কিতাপ আহি নোপোৱাত সন্দিকৈৰ মহাচিন্তা হ'ল। কিতাপ পোৱাৰ আশা ৰাখি ইতিমধ্যে জাহাজৰ টিকটো কাটিলে। তেতিয়া পইচাৰো নাটনি আৰু বার্লিণলৈ গৈ ঘূৰি আহিবলৈ সময়ো নাই। এই বেজাৰতে তেওঁ এদিন মন মাৰি পেৰিচৰ ৰেষ্টোৰাঁ এখনত বহি থাকোতে পৰিবেশক এজনে তেওঁ কিয় মন মাৰি আছে তাৰ কাৰণ সুধিলে। সন্দিকৈয়ে তেতিয়া সকলো কথা খুলি ক'লে। পৰিবেশকজনে কথা শুনি ক'লে, "আপুনি মিছাতে চিন্তা কৰিছে। আপুনি বোধকৰো নেজানে যে ইউৰোপৰ কিতাপ ব্যৱসায়ীসকলৰ এখন আন্তর্জাতিক সমিতি আছে। পেৰিচৰ আপোনাৰ চিনাকি কোনোবা এখন দোকানৰ যোগেদি এই সমিতিৰ সভাপতিলৈ এখন চিঠি দিলেই জমা থোৱা কিতাপখিনি দুদিনৰ ভিতৰতে আহি পাব।" এই কথা পৰিবেশক জনৰ পৰা শুনিয়ে সন্দিকৈয়ে পেৰিচৰ এখন চিনাকি দোকানৰ মেনেজাৰ-জনক সকলো কথা ক'লে। তেওঁ ক'লে, "আন্তর্জাতিক সমিতিৰ সভাপতিলৈ তেনে এখন চিঠি গ'লে সেই ব্যৱসায়ীৰ বহুত অনিষ্ট হ'ব পাৰে।" তাৰ সলনি, মেনেজাৰেই এখন চিঠি দিলে সকলো কাম হ'ব বুলি জনালে। তাৰ পিচতে তেওঁ এগৰাকী মহিলা সহায়িকা মাতি সন্দিকৈৰ আগতে জার্মান ভাষাত এখন চমুকৈ চিঠি টাইপ কৰালে। এই চিঠি যোৱাৰ দুই-তিনি দিনৰ পিচতে কিতাপ আহি পেৰিচ পালে। দোকানৰ মালিকৰ কি উদ্দেশ্য আছিল বুজা টান। "অৱশ্যে কিতাপৰ লগে লগে পলম হোৱা কাৰণে ক্ষমা খুজি দিয়া এখন চিঠিও পালে।" বুলি সন্দিকৈয়ে আমাক জনায়।

এখন হোটেলৰ এজন পৰিবেশকৰ ( Waiter ) দায়িত্ব আৰু এজন লোকক সঙ্কটত সহায় কৰিব পৰাটো কম ডাঙৰ কথা নহয়। আটাইতকৈ ডাঙৰ কথা যে কিতাপ বেচোতাসকলৰ আন্তর্জাতিক সংস্থাৰ খবৰ এজন হোটেল পৰিবেশকে ৰাখিব পৰাটোতহে। ইয়াকে

চাই অনুমান কৰিব পাৰি যে পেৰিচৰ পৰিবেশক এজনৰ নিচিনা লোক এজন কিমান দায়িত্বশীল। অথচ সন্দিকৈয়ে আন ভাৰতীয়সকলৰ লগত এই বিষয়ে আলোচনা কৰোঁতে তেওঁলোকে আইন-আদালতৰ আশ্ৰয় লোৱাৰ কথাহে কৈছিল। কিন্তু তেওঁলোকে সেইবোৰ কৰিবলৈ সন্দিকৈৰ হাতত সময়ো নাছিল আৰু পইচাও নাছিল। সেয়েহে সাধাৰণ এজন মানুহে এনে ভাবে এজন বিদেশী ছাত্ৰক সৎ পৰামৰ্শ দিয়াটো উলাই কৰিবলগা কথা নহয়।

**বাৰ্লিনত থকা ভাৰতীয়সকল:** বৰ্তমান জামিয়ামিল্লিয়াৰ উপাচাৰ্য্য অধ্যাপক মুজিবক সন্দিকৈয়ে বাৰ্লিনত লগ পায়। অক্সফোৰ্ডৰ পৰা তেওঁ বুৰঞ্জীত অনাৰ্চ লৈ পাছ কৰে। বাৰ্লিনত তেওঁ ছপাখানাৰ কাম শিকে আৰু কচ ভাষা শিকে আৰু জাৰ্মান পাণ্ডিত্য লাভ কৰে। ডঃ জাকিৰ হুছেইনক সন্দিকৈয়ে জাৰ্মানিত লগ পোৱা নাছিল। সেই সময়ত যিবোৰ ভাৰতীয় ছাত্ৰ বিলাতলৈ গৈছিল তেওঁলোকৰ অনেকে কিন্তু বৃটিছ চৰকাৰৰ তলত চাকৰি লোৱাৰ আশা নকৰিছিল। শ্ৰীসন্দিকৈও আছিল সেই দলৰে।

পিল্লাই নামৰ এজন বিপ্লৱী ভাৰতীয়কো সন্দিকৈয়ে জাৰ্মানিত লগ পায়। তেওঁ দেশাত্মবোধী আছিল। ভাৰত স্বাধীন হোৱাৰ পিছত কিছু বছৰৰ আগতে তেওঁৰ হাতে মৃত্যু হয়। তেওঁৰ ভস্ম এখন জাৰ্মান যুদ্ধৰ জাহাজে আনি বম্বেত দিছিলহি আৰু তাৰ পৰা তেওঁৰ বিধবা আৰু আপোন পৰিয়ালে গ্ৰহণ কৰিছিল। কথিত আছে যে প্ৰথম মহা সমৰৰ সময়ত যেতিয়া জাৰ্মান চাবমেৰিণে ভাৰতৰ এঠাইত নে অন্য ঠাইত গুলিয়াই-ছিল তেতিয়া তেওঁ হেনো তাত আছিল। সৰোজিনী নাইডুৰ ভায়েক বীৰেন্দ্ৰ চট্টোপাধ্যায় তেতিয়া বাৰ্লিনত আছিল। তেওঁও বিপ্লৱী আৰু দেশাত্মবোধী আছিল। তেওঁৰ লগত সন্দিকৈৰ ভাল পৰিচয় আছিল। তেওঁ এদিন সন্দিকৈক প্ৰশ্ন কৰিলে, "আপুনি ইমানবোৰ ভাষা শিকি কি কৰিব? মোৰ এজন সম্পৰ্কীয় ব্যক্তিয়ে ২৬ টা ভাষা শিকিছিল। তেওঁ কিন্তু বলিয়া হ'ল।" উত্তৰত সন্দিকৈয়ে কলে, "মই নাম মাত্ৰ কেইটা-মান ভাষাহে শিকিছো। মোৰ বলিয়া হোৱাৰ ভয় নাই।"

বৃটিছ সৈন্য বিভাগত কাম কৰি থকা এজন পাঞ্জাবী সৈন্যও পলাই গৈ জাৰ্মানিত সোমাই বাৰ্লিণত এটা ৰেষ্টুৰাঁ খুলিছিল। তেওঁকো সন্দিকৈয়ে তাত লগ পায়। এই ৰেষ্টুৰাঁতে ভাৰতীয়সকলে ফুৰা-চকা কৰি চাহ-তাহ খাইছিলগৈ।

পাশ্চাত্য সাহিত্যৰ ক্ষেত্ৰত ইউৰোপৰ পৰা ঘূৰি অহাৰ পাচত সন্দিকৈ ডাঙৰীয়াই বিশেষকৈ গ্ৰীক ভাষা-সাহিত্যৰ ওপৰত বেছি ভৰ দিছিল আৰু তাৰ ( গ্ৰীক ভাষা-সাহিত্যৰ ) অধ্যয়ন গোটেই জীৱনজুৰি চলি আছে। কাৰণ, ইয়াৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আৰু অনুৰাগ বৰ বেছি। গ্ৰীক ভাষা অতি কঠিন, কিন্তু ভাষাটোৰ ভাব-অনুভূতিৰ স্পষ্টতা অতি বেছি। এই গ্ৰীক সাহিত্যই পাশ্চাত্যৰ সকলো সাহিত্যতে প্ৰভাৱ বিস্তাৰ কৰিছে। গতিকে তেওঁৰ স্বাভাৱিকতে এনে এটা অনুৰাগ এই গ্ৰীক ভাষাটোৰ প্ৰতি জন্মে। প্ৰায় গধূলি তেখেতে এতিয়াও গ্ৰীক সাহিত্য আৰু ভাষা অধ্যয়নত ব্যস্ত থাকে।

ওপৰত উল্লেখ কৰা ছুয়োজন জাৰ্মান ডেকা শিক্ষকৰ বাহিৰেও সন্দিকৈয়ে ফ্ৰেন্সৰ পৰা জাৰ্মানলৈ আৰু জাৰ্মানৰ পৰা ফ্ৰেন্সলৈ অনুবাদ কৰিবলৈ আৰু ৰচনা কৰিবলৈ অভ্যাস কৰে Vezier ( ভেজিএ ) নামৰ এজন বুঢ়া পণ্ডিতৰ লগত। এওঁৰ মুখৰ পৰাই সন্দিকৈয়ে তেওঁৰ ভালেমান বৰ ভাল লগা কথা শুনিবলৈ পাইছিল।

এওঁ আছিল বয়সত বুঢ়া—ফ্ৰান্সৰ পূব অঞ্চলৰ আলচাচ্ প্ৰদেশৰ মানুহ। পেৰিচত এটা ভাষা-বিদ্যালয়ত কাম কৰিছিল আৰু এওঁ ইংৰাজীতো সুপণ্ডিত আছিল তেওঁ বৰ নৈষ্ঠিক ৰোমান কেথলিক আছিল। তেওঁ ফৰাচী আৰু জাৰ্মান ভাষাত ধৰ্ম বিষয়ক কবিতাও লিখিছিল। ঐতিহাসিক কাৰণত এই অঞ্চলৰ মানুহে ফৰাচী আৰু জাৰ্মান ছুয়োটা ভাষাই জানে। কথা প্ৰসঙ্গত এদিন ধৰ্ম সম্বন্ধে কথা পাতোতে যাবৰ সময়ত তেওঁ ছুখন চিঠি ৰেছমী সূতাৰে বান্ধি "অৱসৰ সময়ত পঢ়ি চাবা" বুলি দি গ'ল। ছুয়োখন পত্ৰত লেখা—এখন ফৰাচীত আৰু অন্যখন জাৰ্মানত লিখা। প্ৰথমে আৰম্ভ কৰে যে তেওঁ ভাৰ্জিন মেৰীৰ ছবি আকাশত ভাহি থকা দেখে। তাৰ পিচত ৰোজে

সন্দিকৈৰ বিষয়ে লিখে—Monsieur L'Badiqui বৰ ভাল মানুহ, কিন্তু তেওঁ আন্ধাৰত খপ্‌জপাই ফুৰিছে আৰু তেওঁৰ কাৰণেও তেওঁ ভাৰ্জিন মেৰীৰ কৃপা প্ৰাৰ্থনা কৰিছে। "ইয়াৰ কিছুদিনৰ মূৰত তেওঁ মোক ক'লে,—'গীৰ্জালৈ যাওঁ ব'লা—মই সকলো ঠিক কৰি ৰাখিছো'। মই আচৰিত হৈ তেওঁক 'কিয়' বুলি সোধাত জানিব পাৰিলোঁ যে তেওঁ মোক সেইদিনা খৃষ্টান কৰিবলৈ সকলো ঠিক কৰি থৈছিল।" ভেজিয়া সন্দিকৈয়ে তেওঁক বুজাই দিয়ে যে তেওঁ ভালৈ পঢ়িবলৈ অহাহে আৰু জ্ঞান লাভৰ কাৰণেহে খৃষ্টান ধৰ্ম সম্বন্ধে আলোচনা কৰিছে।

ভেজিএ মানুহজন বৰ কঠোৰ ধৰ্ম ভাবাপন্ন আছিল। এদিন সন্দিকৈয়ে দুপৰীয়াৰ আহাৰ খাবৰ কাৰণে পেৰিচৰ এখন ভাল হোটেললৈ তেওঁক নিমন্ত্ৰণ কৰিছিল। কিন্তু তেওঁ সন্দিকৈক ক'লে যে পৃথিৱীত ইমানবিলাক দীন-দৰিদ্ৰ থাকোতে "তোমাৰ লগত এটা বিলাসী ৰেষ্টুৰাঁত খাবলৈ যাব নোৱাৰো।" তেওঁ চাহ কফী একোকে নাখাইছিল। তাৰ পৰিবৰ্তে পানীত চিনি মিহলাই খাইছিল। মানুহজনে বিয়া কৰোৱা নাছিল।

পেৰিচত থাকোতে সন্দিকৈয়ে ভাল্টে পঢ়োতে খৃষ্টান ধৰ্ম সম্পৰ্কে ভালেমান কথা জানিবলগা হৈছিল আৰু খৃষ্টান ধৰ্মৰ প্ৰাচীন ইতিবৃত্ত সম্পৰ্কেও ভালেমান কিতাপ পঢ়িছিল। এইবিলাক কাৰণেই বুঢ়া ভেজিএৰ ধাৰণা হৈছিল যে কৃষ্ণ সন্দিকৈয়ে নিশ্চয়ে খৃষ্ট ধৰ্ম গ্ৰহণ কৰিব। পিচে জ্ঞান-সাধকক ধৰ্মৰ ক্ষুদ্ৰ গণ্ডীত সুমুৱাই ৰাখিব নোৱাৰি।

ইউৰোপত থকা কালছোৱাত সন্দিকৈ আছিল ভৰ যৌৱনৰ এজন সুন্দৰ যুৱক। এনে যুৱক এজনক প্ৰলোভনত পেলাব পৰা সামগ্ৰীৰ অভাৱ তাত নাছিল। কিন্তু পাশ্চাত্যৰ চহৰ পেৰিচ আৰু লণ্ডনৰ বিলাসিতা আৰু নানা প্ৰলোভনেও সন্দিকৈক এদিনলৈকে টলাব পৰা নাছিল। বুঢ়া ভেজিএ, ডেকা জাৰ্মান পণ্ডিত দুজন, বৃদ্ধা ভাৰকড়, পেশোৱাৰী পাঠান জমিল আৰু বিপ্লৱী বৰকতুল্লাই আছিল সন্দিকৈৰ ফুৰা-চকা, কথা-বতৰা আৰু হাঁহি-ধেমালি কৰা লগ। অধ্যয়নৰ

ঐকান্তিকতাৰ কাৰণেই ইটো লাইব্ৰেৰীৰ পৰা সিটোলৈ, আকৌ লাই-ব্ৰেৰীৰে এটা শাখাৰ পৰা আন এটা শাখালৈ যাওঁতেই সন্দিকৈয়ে মহাদেশীয় ভ্ৰমণ শেষ কৰিলে। সুৰা আৰু ক্লাব সন্দিকৈৰ কাৰণে অচিনাকি হৈয়ে থাকিল।

সন্দিকৈ ডাঙৰীয়াক মই এটা প্ৰশ্ন সুধিছিলো—"বিলাতলৈ গৈ প্ৰথমে কোনটো কথাই আপোনাক বেছি আকৰ্ষণ কৰিছিল ?" তাৰ উত্তৰত সন্দিকৈ ডাঙৰীয়াই কৈছিল—তেওঁলোকৰ উন্নত অৱস্থা আৰু আমাৰ হীন অৱস্থাৰ তাৰতম্য সকলোৰে চকুত পৰে কিন্তু তেওঁৰ বোলে তাতোকৈ আন এটা কথাইহে মনত ছাপ বহুৱাইছিল। বিলাতলৈ যোৱাৰ আগতে সন্দিকৈয়ে কলিকতাৰ বাহিৰে কোনো ঠাইলৈ যোৱা নাছিল। বিলাতলৈ গৈহে ভাৰতৰ সকলো ঠাইৰ পৰা অহা ছাত্ৰসকলক লগ পাই বেলেগ বেলেগ ভাৰতীয় মানুহ দেখা পাইছিল। আটাইৰে বেলেগ ভাষা, বৰণ আৰু চেহেৰা। কিন্তু মনৰ ভাববোৰ সকলোৰে একে। পাৰ্থক্যৰ মাজত ঐক্যই তেওঁক বৰকৈ আকৰ্ষণ কৰিছিল। সেই সময়ত ভাৰতত জাতীয় আন্দোলন অতি প্ৰবল হৈ উঠিছিল আৰু ১৯১৯ চনত হোৱা অমৃতসৰৰ হত্যাকাণ্ডই ভাৰতীয় জাতীয় আন্দোলনলৈ এটা তীব্ৰভাৱ আনিছিল। এই কাৰণেও বিলাতত থকা সকলো ভাৰতীয় ছাত্ৰৰে প্ৰবল জাতীয় ভাব আৰু পৰস্পৰ সহানুভূতি বাঢ়িছিল। সেই সময়ত লণ্ডনত 'শেক্সপীয়েৰ হাট্' নামেৰে ভাৰতীয় ছাত্ৰসকলৰ কাৰণে য়াই-এম-চি-এৰ এটা ছাত্ৰাবাস আছিল। প্ৰথম মহাসমৰৰ সময়ত সৈন্য বিলাকৰ কাৰণে বৃটিছ মিউজিয়ামৰ পিচতে এখন মুকলি ঠাইত কাঠৰ এটা অস্থায়ী বিশ্ৰাম শিবিৰ পতা হৈছিল। যুদ্ধ হৈ যোৱাৰ পিচতে ইয়াতে ভাৰতীয় ছাত্ৰসকলৰ কাৰণে এটা "হোষ্টেল" পাতে। ইয়াত এশ-দেৰশ ভাৰতীয় ছাত্ৰ সদায় আছিল। ঘৰটো যথেষ্ট আহল-বহল আছিল। খোৱা ঘৰ, লাইব্ৰেৰী, বিলিয়াৰ্ড খেলা কোঠা, সভা সমিতিৰ কাৰণে সুব্যৱস্থা আছিল আৰু পিচফালে ছাত্ৰসকল থকাৰ কোঠা আছিল। সন্দিকৈ অক্সফোৰ্ডৰ পৰা বন্ধত আহিলে সদায় ইয়াতে থাকি বৃটিছ মিউজিয়ামত পঢ়া-শুনা কৰিছিল। লণ্ডনত থকা আটাই-

বিলাক ভাৰতীয় ছাত্ৰৰ লগত এই কেইটা দিন থাকি তেওঁ বৰ ভাল পাইছিল।

ইয়াৰ বাহিৰেও ১৯২৩ চনৰ আগভাগত বাৰ্মিংহামৰ ওচৰত 'চোৱান উইক' (Swanwick) নামে এখন নিৰ্জন ঠাইৰ ওচৰত ইংলেণ্ডত থকা ভাৰতীয় ছাত্ৰসকলৰ এটা 'কেম্প' বহিছিল। এই 'কেম্প'টো আনে এটা নিৰ্জন পাহাৰৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল যত সভা সমিতিৰ কাৰণে ডাঙৰ ঘৰ-দুৱাৰ আছিল। তেতিয়া তাত একেলগে এসপ্তাহ গোটেই বিলাক ভাৰতীয় ছাত্ৰ আছিল। ইয়াৰ স্মৃতি সন্দিকৈৰ এতিয়াও একেবাৰে সজীৱ হৈ আছে। ইয়াত ছাত্ৰসকলে নানা খেল-ধেমালি, অভিনয় কৰি এসপ্তাহ কাল অতিবাহিত কৰিছিল। তদুপৰি গধূলি গধূলি প্ৰায় ৰাজনীতি আলোচনা কৰিবলৈ সভা বহিছিল। এই সভা বিলাকত এম-চি চাগলাই (বম্বে হাইকোৰ্টৰ মুখ্য ন্যায়াধীশ, বম্বে বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আৰু ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী হয়গৈ) বিশেষ অংশ গ্ৰহণ কৰিছিল। সেই সময়ত ভাৰতত অসহযোগ আন্দোলন চলিছিল আৰু প্ৰায়বিলাক ছাত্ৰই তাক সমৰ্থন কৰিছিল। চাগলা ডাঙৰীয়া জাতীয়তাবাদী আছিল কিন্তু তেওঁ অসহযোগ আন্দোলন সমৰ্থন কৰা নাছিল। তথাপি তেওঁৰ বাগ্মিতা আৰু ব্যাখ্যান প্ৰণালীৰ গুণেই সকলোৱে তেওঁৰ কথা মনোযোগ দি শুনিছিল।

এই সভাবোৰত সকলোৱে নিজৰ মতামত স্পষ্টকৈ দাঙি ধৰিব পাৰিছিল। ইয়াত বম্বে ফালৰ এজন বয়সীয়াল আইন শিক্ষাৰ্থীয়েও সেই আলোচনাবিলাকত অংশ গ্ৰহণ কৰিছিল। তেওঁ অতি ধীৰ পন্থী আছিল আৰু জাতীয় আন্দোলনৰ প্ৰণালীৰ প্ৰতি ঘোৰ প্ৰতিবাদ কৰিছিল। এদিন তেওঁ সভাত কৈছিল যে যোৱা মহাসমৰত জাৰ্মানিয়ে সকলো জাতিকে পৰাজয় কৰিবৰ কাৰণে যুদ্ধ আৰম্ভ কৰিছিল। ভাৰতে স্বাধীনতা পালেও যে তেনে কৰিব তাৰ কি মানে আছে। এই কথা শুনি আটাইবিলাক ছাত্ৰই গিৰ্জনি মাৰি চিঞৰ-বাখৰ কৰি তেওঁক আৰু কথা ক'বলৈ নিদিলে। এনে ব্যৱহাৰত মানুহজন ক্ষুন্ন হৈছিল। সম্ভৱতঃ এই ঘাইউকমিত তেওঁ সন্দিকৈক ভাগ নোলোৱা দেখি তেওঁৰ

ওচৰলৈকে উঠি আহি বহিল আৰু সন্দিকৈক কলে, "তোমালোক ছাত্ৰবিলাকৰ আচৰণ বৰ বেয়া। মোক মোৰ মতামত প্ৰকাশ কৰিবলৈ একো সুবিধা নিদিলে।" তাৰ উত্তৰত সন্দিকৈয়ে ক'লে, "আপোনাক নিশ্চয় সুবিধা দিব লাগিছিল। কিন্তু আপোনাৰ মুখত এটা কথা শুনি ময়ো বৰ বেয়া পালো। আপুনি যে কৈছিল যোৱা মহাসমৰত কেৱল জাৰ্মানিয়েহে যুদ্ধ বিচাৰিছিল আৰু বাকী সকলোবিলাকে শান্তি বিচাৰিছিল – এই কথা আপুনি ক'ত পালে ? ভাৰতে এতিয়ালৈকে স্বাধীনতাহে নেলাগে স্বায়ত্ত শাসনকে পোৱা নাই আৰু আপুনি কৈ দিলে ভাৰতে স্বাধীনতা পাবই নেলাগে। মোৰ কথা শুনি তেওঁ মনে মনে থাকিল।"

'শ্বেক্সপীয়েৰ হাট্', আৰু 'চোৱানউইক'ত থকা দিনকেইটালৈ সন্দিকৈ ডাঙৰীয়াৰ মাজে মাজে বোলে এতিয়াও মনত পৰি থাকে। 'শ্বেক্সপীয়েৰ হাট'ৰ উল্লেখ কৰি আৰু এটা কথা কৈছিল যে তেওঁ হেনো তাত থকা ভাৰতীয় ছাত্ৰবিলাক দেখিয়ে ক'ব পাৰিছিল কোনজন ক'ৰ। সন্দিকৈৰ কথাৰ আপত্তি দৰ্শাই এজন মাদ্ৰাজী ছাত্ৰই ক'লে,—"ক'লা হ'লেই তুমি মাদ্ৰাজী বুলি কোৱা। বগা হ'লেই কোৱা, হয় সিন্ধী, পাৰ্চী বা পাঞ্জাবী।" তেতিয়া তেওঁ সুশ্ৰী গৌৰবৰ্ণৰ ডেকা এজনলৈ আঙুলিয়াই সন্দিকৈক সুধিলে, "কোৱাচোঁন তেওঁ ক'ৰ" ? "মই তেতিয়া সেইজন পাৰ্চী বুলি ক'লো।" তেতিয়া তেওঁ মোক ক'লে, "সেইজন এজন ডাক্তৰ আৰু তেওঁ কচিনৰ মানুহ।" তেতিয়াহে সন্দিকৈয়ে জানিলে যে কচিনৰ মানুহ ইমান ধুনীয়া।

**সন্দিকৈৰ চাহখোৱা** :—সন্দিকৈয়ে আগতে চাহ খাইছিল যদিও তেওঁৰ মনত নাই—বিলাতলৈ গৈহে (লণ্ডনত) চাহ খায়। তাকো গাখীৰ দি চাহ খোৱাটো তেওঁৰ কাৰণে এটা শাস্তিহে হৈছিল। ইংলেণ্ডৰ পৰা ফ্ৰান্সলৈ আহি ফিকা চাহ খাইছিল মোৰে। পেৰিচত বহুত ৰাচিয়ান মানুহ লগ পায়—তাতে তেওঁ নেমুটেঙাৰে চাহ খাবলৈ শিকে। এতিয়ালৈকে সন্দিকৈয়ে চাহ টেঙা ৰস মিহলাইহে খায়।

---

# সন্দিকৈৰ বিভিন্ন প্ৰবন্ধাৱলী

সন্দিকৈ ডাঙৰীয়াই আই-এ পঢ়োতে কেইটামান প্ৰবন্ধ লিখিছিল বাঁহীত।

১। জাপানৰ বীৰ নোগী।

২। মোগল ৰাজকন্যাৰ কবিত্ব প্ৰতিভা। (আওৰঙ্গজেবৰ জীয়েক জেবুন্নিচাৰ সম্বন্ধে লেখা প্ৰবন্ধ।)

৩। আত্ম-বিচাৰ (এটা চিন্তাশীল প্ৰবন্ধ।)

৪। 'অমৰ প্ৰকাশ' বুলি এটা দীঘলীয়া প্ৰবন্ধ লিখিছিল—বাঁহীৰ কেইবাটাও সংখ্যাত ওলাইছিল। সংস্কৃত "অমৰ-কোষ"ৰ বিষয়ে লিখা এইটো প্ৰবন্ধ আৰু এই প্ৰবন্ধটো লিখোতে আনন্দৰাম বৰুৱাই সম্পাদনা কৰা "নামলিঙ্গানুশাসন"ৰ ভূমিকাৰ পৰা সহায় লৈছিল।

সন্দিকৈয়ে কলেজত পঢ়োতে মাজে মাজে সভা-সমিতিত গাবৰ কাৰণে গান লিখি দিছিল। সেইবোৰ এতিয়া পাবলৈ নাই। যোৰহাটত বহা দ্বিতীয় ছাত্ৰ সন্মিলনত গাবৰ কাৰণে যিটো গান ৰচিছিল তাৰ এটা শাৰী মাত্ৰ এতিয়াও মনত আছে—'নবীন জীৱন তান বাজিছে গভীৰ'।

ইউৰোপত থকা অৱস্থাত লেখা প্ৰবন্ধ :—

৫। ইউৰোপৰ ভাষা আৰু সাহিত্য (চেতনাৰ দুটা খণ্ডত প্ৰকাশ ১৯২৬।)

৬। গ্ৰীক ভাষা (বাঁহী)—১৯২৬।

৭। জাৰ্মানিৰ জ্ঞান-সাধনা (মিলন)—১৯২৭।

৮। অনুবাদৰ কথা—(চেতনা—১৯২১)

৯। কচ অভিনয়—(বাঁহী—১৯২৬)

১০। ভাৰতীয় চিন্তা—বি-এ পঢ়োতে লিখা।

১১। প্ৰাচীন বেবিলনৰ বেদ—এম-এ পঢ়োতে লিখা।

১২। সাংখ্য দৰ্শন—বি-এ পঢ়োতে লিখা।

৮—১২নং প্ৰবন্ধকেইটাৰ বিষয়ে ওপৰত কৈ অহা হৈছে।

ইউৰোপৰ পৰা ঘূৰি আহি লিখা—সন্দিকৈ তেতিয়া জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ ঃ—

১৩। গ্ৰীক নাটকৰ গান ( আৱাহন )

১৪। জাৰ্মান সাহিত্যৰ সপোন নাটক ( আৱাহন )

১৫। স্পেনিচ্ সাহিত্যৰ ৰমিঅ'-জুলিয়েট ( আৱাহন )

১৬। ইয়াৰ আগতে লিখা German Academic Ideals ( Forward, March 11th 1928 )

এই প্ৰবন্ধটোৰ অনুবাদ কৰে—অধ্যাপক অজিতকুমাৰ শৰ্মাই

১৭। 'The Ramkrishna Mission Institute of culture ৰ (Calcutta) দ্বাৰা প্ৰকাশিত পুথি—The cultural Heritage of India ( volume II 1962 ) প্ৰথম প্ৰবন্ধ—Classical Sanskrit as a vehicle of Indian culture বোলা প্ৰবন্ধটো লেখে সন্দিকৈ ডাঙৰীয়াই। এই প্ৰবন্ধত কৃষ্ণকান্ত সন্দিকৈয়ে বৈদিক সংস্কৃতৰ পৰৱৰ্তী লৌকিক সংস্কৃত ভাষাৰ প্ৰথম স্তৰত যিবিলাক সাহিত্যৰ উদ্ভৱ হৈছিল তাৰ চমু আভাস দাঙি ধৰে। এই যুগৰ সাহিত্যৰ প্ৰায়বিলাক ৰচনাই খৃষ্টান শতাব্দীৰ পূৰ্বৱৰ্তী যদিও তাৰ অনেক ৰচনা লুপ্ত হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ থাকোতে ১৯৪৯ চনত সন্দিকৈ ডাঙৰীয়াই এই প্ৰবন্ধটো লিখিছিল। ৰামকৃষ্ণ মিছনে লিখিবলৈ অনুৰোধ কৰিছিল তেখেত যোৰহাট কলেজৰ অধ্যক্ষ হৈ থাকোতেই।

১৮। 'An Indian Prince in a Greek Prose Romance' নামৰ এটা প্ৰবন্ধ প্ৰকাশ হয় বম্বেৰ New Indian Antiquary বোলা আলোচনীখনত ১৯৩৮ চনত।

১৯। 'The Naishadha-charita & Rajput Painting' বোলা প্ৰবন্ধটো লেখে ডঃ কুমাৰ স্বামীৰ চিঠি পোৱাৰ পিচত। এইটো প্ৰকাশ হয়—১৯৩৬ চনত Indian Historical Quarterly নামৰ আলোচনীত।

১০। সাগৰৰ মাজৰ দুৰ্গ
১১। প্ৰাচীন মিচৰৰ উপাখ্যান
} দুয়োটাই শিশু উপযোগী পৌৰাণিক গল্প। এখন শিশু আলোচনীৰ কাৰণে যোৰহাট কলেজত থাকোতে লেখা।

১২। Women Poets of the Rig veda (Indian Antiquary, ১৯২০)

১৩। চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি (অসম সাহিত্য সভা পত্ৰিকা)

১৪। 'অৰুণ' নামৰ শিশু আলোচনীত "জীৱ-জন্তু" তুলি কিছুমান প্ৰবন্ধও লিখিছিল।

১৫। পঞ্চাশ বছৰৰ আগেয়ে (হেমন্তপ্ৰসাদ শৰ্মা স্মৃতিগ্ৰন্থ)

১৬। Presidential Address—classical Sanskrit section (All India Oriental Conference, Lucknow University—1951)

[ইংৰাজীত লিখা এই ভাষণখন পৰিশিষ্টত দিয়া হৈছে]

১৭। "সম্মিলন প্ৰবন্ধাৱলী" (১ম আৰু ২য় ভাগ) সম্পাদনা কৰি উলিয়ায় ১৯১৮-১৯ চনত।

১৮। সভাপতিৰ অভিভাষণ—অসম ছাত্ৰ সম্মিলন—চতুৰ্দশ অধিবেশন (১৯১৯), গোলাঘাট।

১৯। অভ্যৰ্থনা সমিতিৰ ভাষণ (১৯১৭) অসম ছাত্ৰ সম্মিলন।

৩০। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ (১৯৩৭)।

[এই অভিভাষণখন পৰিশিষ্টত দিয়া হৈছে।]

অসম ছাত্ৰ সম্মিলনৰ চতুৰ্দশ অধিবেশনৰ সভাপতিৰূপে সন্দিকৈ ডাঙৰীয়াই যি ভাষণ দিছিল তাৰ সামৰণিত ছাত্ৰই ৰাজনীতিত যোগ দিব লাগে নে নেলাগে এই বিষয়ে বৰ সুন্দৰ অভিমত এটি দাঙি ধৰিছিল। তেখেতে কৈছিল যে "আজেই এই যুগ সন্ধিৰ সময়ত অসমৰ ছাত্ৰসকলে, বিশেষকৈ কলেজৰ ছাত্ৰসকলে ৰাজনীতি আলোচনা কৰিব খুজিছে, সেইটো তেওঁবিলাকৰ উদাৰ আৰু নিৰ্ভীক ভাৱৰ পৰিচায়ক। মই ক'ব খোজা নাই—পঢ়া-শুনা ক্ষতি কৰি ৰাজনৈতিক আন্দোলনত লাগিব

লাগে, কিন্তু মোৰ কোৱাৰ উদ্দেশ্য এই যে দেশত যিবিলাক ৰাজনৈতিক আন্দোলন হৈছে আৰু ৰাজনৈতিক ভাব হৈছে, তাৰ পৰা ছাত্ৰসমাজ বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। য়ুৰোপত মই দেখিছো তাত বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে সমাজনীতি আৰু ৰাষ্ট্ৰনীতি অবাধে অনবৰত আলোচনা কৰে। যদি তেওঁবিলাকক কোনোবাই কয় যে তেওঁলোকে পঢ়া-শুনা নকৰি, ছাত্ৰৰ কৰ্তব্য নকৰি, কেলেই ৰাজনীতি বা সমাজনীতি আলোচনাত যোগ দিছে, তেনেহলে তেওঁলোকে ক'ব তোমালোকে কোৱা যে আমি ছাত্ৰ, সেইদেখি ৰাজনীতি আলোচনাত যোগ দিব নেলাগে কিন্তু যেতিয়া যুদ্ধ হয় তেতিয়া আমাক যুদ্ধ কৰিবলৈ মাতা কিয় ?

কথাটো হৈছে এই যে আধুনিক ছাত্ৰৰ লক্ষ্য হৈছে ছাত্ৰৰ যিবিলাক কৰ্তব্য আছে তাক ছাত্ৰাৱস্থাতে জনা। তেওঁলোকৰ সমাজৰ কামত স্বত্ব আছে। সেই কামৰ নিমিত্তে ছাত্ৰসকলক সুবিধা দিব লাগিব। এই কাৰণেই আজি আমাৰ ছাত্ৰসমাজেও তেওঁবিলাকৰ স্থান বুজিবলৈ আৰু তেওঁবিলাকৰ যে ছাত্ৰ হিচাপে এটা বিশেষ মৰ্য্যাদা আছে, সেই কথাটো বুজিবলৈ ইচ্ছা কৰিছে। এই কাৰণেই তেওঁবিলাকে ৰাজনীতি আলোচনা, সমাজনীতি আলোচনা আৰু জাতীয় আন্দোলনৰ অলপ-অচৰপ সংশ্ৰৱত থাকিব খুজিছে। এই বিষয়ে আমাৰ ৰাইজৰ একো আপত্তি থাকিব নেলাগে।"

এই কথাখিনি প্ৰকৃততে প্ৰণিধানযোগ্য।

সন্দিকৈদেৱে কেইবাখনো অসমীয়া আৰু ইংৰাজী গ্ৰন্থৰ পাতনি বা পৰিচয় লিখিছে। তাৰে এখন তালিকা তলত দিয়া হ'ল।

১। কাশীৰ 'ভাৰতীয় জ্ঞানপীঠে' প্ৰকাশ কৰা জীৱন্ধৰ চম্পূ নামৰ জৈন সংস্কৃত গ্ৰন্থৰ ইংৰাজী পাতনি ( ১৯৫৮ )।

২। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা ( ১৯৬২ ) আনন্দৰাম বৰুৱাৰ 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই' নামৰ পুথিৰ পাতনি।

৩। মহিলা-কবি পদ্মশ্ৰী নলিনীবালা দেৱীৰ 'সন্ধিয়াৰ সুৰ'ৰ। পাতনি।

৪। গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা—"Aspects of Early Assamese Literature' নামৰ গ্ৰন্থৰ ইংৰাজী পাতনি।

৫। আব্দুছ ছাত্তাৰৰ 'প্ৰসঙ্গ-কোষ'ৰ পাতনি।

৬। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱৰ 'শকুন্তলা' অনুবাদৰ পাতনি।

এই শকুন্তলা নাটকৰ এই ভূমিকাখন শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ 'শকুন্তলা' সম্বন্ধে লিখা সুচিন্তিত আৰু গভীৰ মন্তব্য। সন্দিকৈয়ে নিজেও এই ভূমিকাখন বৰ ভাল পায়। সম্পূৰ্ণ উদ্ধৃতি তুলি দিয়া হ'ল।

"অসমীয়া ভাষাত শকুন্তলা নাটকৰ একাধিক ভাঙনি হৈ গৈছে। সুকবি শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱে ৰংঘৰৰ উপযোগী কৰি আৰু এটি নতুন ভাঙনি আগবঢ়াইছে। এই ভাঙনিৰ কোনো পাতনিৰ আৱশ্যক নাথাকিলেও হাজৰিকাদেৱৰ আগ্ৰহ অনুসৰি মূল শকুন্তলা নাটকৰ বিষয়ে দুটা-এটা কথা কোৱা হ'ল।

কালিদাসৰ শকুন্তলা নাটক বিশ্বসাহিত্যত কিয় ইমান বিখ্যাত তাক সহজতে কোৱা টান। ইয়াৰ অনিৰ্বচনীয়তা গুণেই আকৰ্ষণৰ প্ৰধান কাৰণ; অৱশ্যে ওপৰে ওপৰে ক'ব পাৰি যে সাধাৰণ সমলকে কালিদাসে অপৰূপ ৰূপেৰে সজাইছে। 'ক্লেশঃ ফলেন হি পুনৰ্নবতাং বিধত্তে' দুখ-কষ্ট সফল হৈ জীৱনৰ নবীনত্ব সাধন কৰে, এই মৰ্মে কালিদাসৰ এটা নিজৰ কথা আছে। এই কথা শকুন্তলা নাটকত খাটে। পৰৱৰ্তী যুগৰ গ্ৰীক-সাহিত্যৰ গল্প-উপন্যাসবিলাকতো দেখা যায় অনেক দুখ-ভোগৰ পিছতহে নায়ক-নায়িকাৰ মিলন হৈছে। কিন্তু এই ৰচনাবিলাকত প্ৰণয়ৰ প্ৰতিবন্ধক প্ৰায়েই বাহিৰা ঘটনা-চক্ৰৰ পৰা হোৱা দেখা যায়। সংস্কৃত কবিসকলে এই ক্ষেত্ৰত আন্তৰিক পৰিশুদ্ধিৰ ওপৰতহে বেছি জোৰ দিছিল। পাৰ্বতীৰ তপস্যা, শকুন্তলাৰ সামাজিক লাঞ্ছনা, কাদম্বৰীৰ শৰব্যথা আদি এই আন্তৰিক পৰিশুদ্ধিৰ একোটা স্তৰ মাথোন। অৱশ্যে কালিদাসৰ কল্পনা-বৈচিত্ৰ্যৰ গুণত শকুন্তলাৰ অগ্নিপৰীক্ষা অধিক প্ৰবল আৰু চিত্তোন্মাদী হৈছে। অকল এয়ে নহয়—কুমাৰসম্ভৱত কালিদাসে পোনতে পাৰ্বতীৰ ৰূপ-যৌৱনৰ উচ্ছ্বাস, তাৰ পিছত কাম-ভস্মৰ ৰূপক আৰু শেষত পাৰ্বতীৰ কঠোৰ তপস্যাৰ চিত্ৰ আঁকি যি নৈতিক শাসনৰ

ক্রম দেখুৱাইছে তাৰেই পুনৰভিনয় শকুন্তলা নাটকতো কৰিছে। পোনতে মুনি-কন্যাৰ যৌন-উচ্ছৃঙ্খলতা, পিছত শিৱৰ নয়নাগ্নিতকৈও ভয়ঙ্কৰ সামাজিক বিবেকৰূপী দুৰ্বাসাৰ অভিশাপ আৰু শেহত এক বেণীধাৰিণী পৰিত্যক্তা শকুন্তলাৰ চিত্ৰ, তপস্যাৰতা পাৰ্বতীৰ চিত্ৰতকৈয়ো অনেক গুণে কৰুণ। উচ্ছৃঙ্খল আবেগৰ উপশম আৰু আন্তৰিক পৰিশুদ্ধিৰ পিছত কালিদাসে প্ৰণয়ৰ চৰম পৰিণতি দেখুৱাইছে।

আন এফালৰ পৰা চালে শকুন্তলা সাহিত্যৰ উৎপীড়িতা নায়িকা, নাৰীৰ অন্যায়-সহিষ্ণুতাৰ আন এটা উদাহৰণ। এই ফালৰ পৰা চালে ছেকস্‌পীয়েৰৰ 'জাৰকালিৰ সাধু' নাটকৰ নায়িকা হাৰমিয়নৰ লগত শকুন্তলাৰ অলপ সাদৃশ্য দেখা যায়। দুয়ো এটা ঘোৰ অন্যায়ৰ হেচাত অসীম লাঞ্ছনা ভুগিছে আৰু শেহত দুইৰো অনুতপ্ত স্বামীৰ লগত আকৌ মিলন হৈছে। দুয়ো নাটকতে এই পুনৰ্মিলনৰ দৃশ্য অতি কৰুণ আৰু গম্ভীৰ। ছেক্‌স্‌পীয়েৰৰ নাটকত এই দৃশ্যত এজনে কৈছে—

……Do not shun her
Until you see her die again ; for then
You kill her double.

এই উক্তিয়ে যেন হাৰমিয়নৰ নিঠুৰ শোকৰ কাহিনী আকৌ জগাই তুলিছে। শকুন্তলা নাটকতো শিশু-সন্তানে যেতিয়া মাকক 'এওঁ কোন আই?" বুলি দুষ্মন্তৰ কথা সুধিছে তেতিয়া শকুন্তলাই মাত্ৰ উত্তৰ দিছে —"সোধ তোৰ ভাগ্যক সোণাই!" এই এষাৰ কথাতে শকুন্তলাৰ নিজৰ দুখ-দুৰ্ভাগ্যৰ সকলো কাহিনী নিহিত হৈ আছে। বাস্তৱতে শকুন্তলা নাটকত এটা নিফুট কান্দোনৰ সুৰ আদিৰ পৰা অন্তলৈকে বিলীন হৈ আছে।

আশ্ৰমৰ পৰা পতিগৃহলৈ যাবৰ সময়ত শকুন্তলাৰ বিদায় দৃশ্য কালিদাসৰ এটা বিখ্যাত সৃষ্টি। এই দৃশ্যৰ লগত কালিদাসে তেওঁৰ দেশবাসীৰ ঘৰুৱা জীৱনৰ কত শোক-দুমুনিয়া জড়িত কৰি গৈছে তাক ভুক্তভোগীৰ বাহিৰে আনে উপলব্ধি কৰা টান।

আগবাৰী গুৱনি শাকিনী তামোল
পাছবাৰী গুৱনি পাণ,
বৰঘৰ গুৱনী জীয়াৰী ছোৱালী
টলিয়াই দিবলৈ টান।

আদি অসমীয়া বনগীত একোটাতো ভাৰতীয় ঘৰুৱা জীৱনৰ এই করুণ মুহূর্তটো ফৰকাল হৈ উঠিছে। মাঘ কৱিয়ে পৰত্ বৰ্ণাওঁতে লিখিছে—পৰ্বতজীয়াৰী জুৰি নৈবিলাক স্বামীৰ (অৰ্থাৎ সাগৰৰ) উদ্দেশে গৈছেগৈ; চৰাইবিলাকৰ করুণ চিঞৰ যেন শোকাতুৰ পৰ্বতৰ কান্দোনৰ ধ্বনি। কুমাৰদাস, শ্ৰীহৰ্ষ আদি অন্যান্য মহাকৱিয়েও এই করুণ দৃশ্যৰ আভাস দিছে, কিন্তু কালিদাসৰ অমৰ লেখনীয়েহে ইয়াক চিৰন্তন কৰি ৰাখিছে।

শকুন্তলাৰ বিদায়-দৃশ্যত প্ৰকৃতিৰ কোমল কোলাৰ পৰা মুনিকন্যাৰ বিচ্ছেদৰ চিত্ৰও বৰ করুণ। ফুলৰ ৰাণী কৰি আন কৱিয়েও নায়িকাক সজাইছে। গ্ৰীব-কৱি মেলেয়াগাৰৰ ফুল বৰ্ণনা আৰু লগতে 'ফুলৰ মাজত ফুল, সান্ত্বনাৰ মধুৰ গোলাপ' ইত্যাদি নায়িকাৰ বৰ্ণনা নিশ্চয় সুন্দৰ। কিন্তু আশ্ৰমৰ স্নেহ-সুশীতল বুকুৰপৰা তাঁহাৰ ৰাওঁতে লতাভগিনী, মাউৰা হৰিণা পোৱালি আদিৰ পৰা শকুন্তলাই কান্দি কান্দি বিদায় লোৱা চিত্ৰৰ তুলনা সাহিত্যত সচৰাচৰ পোৱা নাযায়। সংস্কৃত সাহিত্যত কাদম্বৰীৰ উত্তৰ ভাগত ইয়াৰ এটা ক্ষীণ অনুকৰণ দেখা যায়। চন্দ্ৰাপীড়ৰ মৃত্যুৰ বাতৰি পাই কাদম্বৰী যেতিয়া মৃত্যুৰ উদ্দেশে ঘৰ এৰি যায় তেতিয়া তেওঁৰো প্ৰধান চিন্তা আৰু উদ্বেগ হৈছিল নিজ হাতে ৰোৱা আমপুলি, মাধৱীলতা, চকোৰ পোৱালি, পোহনীয়া মৃগশিশু আদিৰ কথা ভাবি। কিন্তু কাদম্বৰীৰ চন্দ্ৰাপীড় এবাৰ মৰিও আকৌ জীছিল। দুষ্মন্ত কিন্তু শকুন্তলাৰ কাৰণে জীয়াই থাকিও মৰাৰ নিচিনা হৈছিল। এই কাৰণে শকুন্তলাৰ এটা হুমুনিয়াহো অনেক নায়িকাৰ কান্দোনতকৈ বেছি মৰ্মস্পৰ্শী।

কালিদাসৰ অমৰ নাটকৰ এই নতুন ৰূপান্তৰ ৰচনা কৰি কৱি হাজৰিকাদেৱ আমাৰ ধন্যবাদৰ পাত্ৰ হৈছে। ৰচনাৰ সফলতাৰ

কাৰণে আশা কৰো এই অনুবাদ নাট্যামোদী আৰু ৰসগ্ৰাহীৰ প্ৰিয় হ'ব।"

৭। হৰিনাৰায়ণ দত্তবৰুৱাৰ "চিত্ৰ ভাগৱত"ৰ ইংৰাজী পাতনি। এই পাতনিখনৰ অতি মূল্যবান অংশটিৰ উদ্ধৃতি দি ভাৱানুবাদ দিয়া হ'ল।

"The history of medieval Indian painting has been the subject of considerable research in recent years, both in India and the West; but very little is known about the materials available in Assam, especially the illuminated manuscripts several of which are known to exist in private and other collections. The present publication is the first systematic attempt to reproduce the paintings incorporated in one such manuscript, that of a portion of the tenth Skandha of the Assamese Bhagavata composed by Sankardeva, According to the editor, the manuscript is dated Saka 1461 or A. D. 1539, and contains both the text and the illustrations. The text was published separately some years ago, and the present volume contains only the illustrations with explanatory notes in Assamese and Hindi. The descriptive notes just below the pictures are in old Assamese and given from the manuscript. Although many of the pictures have been reproduced in one colour, there are enough examples to give an idea of the brilliant colour sense of the original paintings.

The publication of these illustrations will be

welcome to all students of medieval Indian painting. The art of illuminated manuscripts, which was developed in Gujarat or Western India in the twelfth century, and at first practised on palm leaves for embellishing Jaina texts like the Kalpasutra, was later extended to Vaishnava works like the Bhagavata and especially the Gitagovinda, not only in Gujarat but in Rajputana and the Hill States of the Western Himalayas. Large series of paintings were executed to illustrate the Ramayana of Tulsi Das, and reference may be made also to the miniatures illustrating secular poems; for example, the Ragamala and Vasantavilasa paintings. The pictures reproduced here illustrate the stories of Krishna's childhood as narrated in the Assamese version of the tenth Skandha of the Bhagavata. These stories were popular with Rajput painters; and scenes from Krishna's early life from the subject-matter of some of the best known examples of the Kangra school, which flourished in the second half of the eighteenth century. The Assamese manuscript dated in A. D. 1539 is of special interest in view of the paucity of known examples of Rajput painting earlier than the seventeenth century, and represents one of the earliest attempts to illustrate a version of the Bhagavata composed in the vernacular.

The paintings in the original manuscript deserve

careful study in relation to those of other Indian schools. The pictures of trees with flowers or birds have considerable charm ; and animal life is vividly portrayed with observant sympathy and tenderness of feeling. The maneless Indian lion occurs more than once, and the bison ( methan in Assamese ) which is almost extinct in the province will attract the attention of the students. The costumes follow a conventional pattern, but it is interesting to find the drum end the horn ( pepa ), the familiar auxiliaries of the Bihu festival."

৺হৰিনাৰায়ণ দত্তবৰুৱাই সম্পাদনা কৰা 'চিত্ৰ ভাগৱত'ৰ ইংৰাজী পাতনিৰ পৰা শ্ৰীকৃষ্ণকান্ত সন্দিকৈয়ে লেখা একাংশৰ অসমীয়া ভাৱাৰ্থ দিয়া হৈছে। এই অংশৰ পৰা সন্দিকৈ ডাঙৰীয়াৰ মধ্যযুগীয় ভাৰতীয় চিত্ৰকলাৰ তুলনামূলক ধাৰণা বিশেষ তাৎপৰ্য্যপূৰ্ণ—অসম দেশত সেই কালত প্ৰচলিত চিত্ৰকলাৰ এটা স্পষ্ট ৰূপ এই পাতনিখনৰ দ্বাৰা প্ৰস্ফুটিত হৈ উঠিছে। সন্দিকৈ ৰচিত এইখন অতি পাণ্ডিত্যপূৰ্ণ পাতনিয়েই নহয় মধ্যযুগীয় অসমৰ চিত্ৰ শিল্পৰ ইতিহাসৰ পাতনি বুলিবও পাৰি—

[ সম্প্ৰতি ভাৰত আৰু পাশ্চাত্যত মধ্যযুগীয় ভাৰতীয় চিত্ৰকলাৰ বুৰঞ্জী সম্বন্ধে জানিবলৈ যথেষ্ট গৱেষণা চলোৱা হৈছে। কিন্তু অসম দেশত এই সম্বন্ধীয় আহিলাপাতি ব্যক্তিগত বা অন্যান্য সংৰক্ষণত পোৱা সম্পৰ্কে একেবাৰে জনা নাযায়। কিন্তু এই গ্ৰন্থখনতেই পদ্ধতি-মূলকভাৱে এখন পাণ্ডুলিপিত এনে চিত্ৰকলাৰ সন্নিবিষ্ট কৰা হৈছে আৰু এই গ্ৰন্থখনেই শঙ্কৰদেৱ ৰচিত ভাগৱতৰ দশম স্কন্ধ। সম্পাদকৰ মতে এই পাণ্ডুলিপি ১৪৬১ শকৰ বা খৃঃ ১৫৩৯ চনৰ আৰু পুথিখনত লিখিত অংশৰ লগত ছবিৰ সমাবেশ ঘটাইছে। গ্ৰন্থৰ লিখিত অংশ সুকীয়াকৈ কিছু বছৰৰ আগতে প্ৰকাশ কৰা হৈছিল আৰু এই গ্ৰন্থত

কেৱল ছবি দি অসমীয়া আৰু শিক্ষীৰে ব্যাখ্যা দিয়া হৈছে। ঠিক ছবিৰ তলত দিয়া ব্যাখ্যাভাগ পুৰণি অসমীয়াত লিখা আৰু পাণ্ডুলিপিৰ পৰাই দিয়া হৈছে। যদিও বেছিভাগ ছবিয়েই এক ৰঙত অঁকা হৈছে তত্নুপৰি তাতেই মূল চিত্ৰৰ ৰঙৰ বৈচিত্ৰ্যৰ সম্বন্ধে ধাৰণা দিয়ে।

মধ্যযুগীয় চিত্ৰকলাৰ গৱেষণাকাৰী সকলো ছাত্ৰই (গৱেষকে) এই গ্ৰন্থৰ ছবিসমূহ প্ৰকাশ হোৱাত ওলগ জনাব। পাণ্ডুলিপি কলা-কৌশলেৰে সজ্জিত কৰা পদ্ধতি গুজৰাট বা পশ্চিম ভাৰতত দ্বাদশ শতিকাত অনুশীলন হৈছিল আৰু প্ৰথমে এইবোৰ তালপাতত লিখা 'কল্পসূত্ৰ'ৰ নিচিনা জৈন গ্ৰন্থ আৰু পৰৱৰ্তী কালত ভাগৱতৰ নিচিনা বৈষ্ণৱ গ্ৰন্থতো সম্প্ৰসাৰিত হয়, আৰু বিংশশতিকা গীত-গোবিন্দত, কেৱল গুজৰাটতে নহয় ৰাজপুতনা আৰু হিমালয়ৰ পশ্চিমৰ পাহাৰী ৰাজ্যসমূহতো তুলসীদাসৰ ৰামায়ণ ব্যাখ্যা কৰিবৰ কাৰণে এনেকুৱা ছবি ব্যৱহাৰ কৰা হৈছিল আৰু প্ৰসঙ্গক্ৰমে ধৰ্মনিৰপেক্ষ কবিতাৰ ছবি-সমূহলৈও আঙুলিয়াব পাৰি। উদাহৰণস্বৰূপে 'ৰাগমালা' আৰু 'বসন্ত-বিলাস'ৰ চিত্ৰাঙ্কনৰ সম্বন্ধে আঙুলিয়াব পাৰি। ইয়াত সন্নিবিষ্ট কৰা ছবিসমূহে অসমীয়া ভাগৱতৰ দশম স্কন্ধত কৃষ্ণৰ শিশুকালৰ ছবিৰ বৰ্ণনা দিছে। এই গল্পসমূহ ৰাজপুত চিত্ৰকৰসকলৰ মাজত জনপ্ৰিয় আছিল আৰু শ্ৰীকৃষ্ণৰ বাল্যকালৰ চিত্ৰসমূহ 'কাঙ্গৰা' চিত্ৰকলাৰ সুন্দৰ নিদৰ্শন হিচাবে পৰিগণিত হয় আৰু অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত এই চিত্ৰকলাৰ ( কাঙ্গৰা ) প্ৰসাৰতা লাভ হয়। ১৫৩৯ চনৰ এই অসমীয়া পাণ্ডুলিপি বিশেষ এটা কথাৰ কাৰণে উল্লেখনীয় যে সপ্তদশ শতিকা-লৈকে ৰাজপুত চিত্ৰকলাৰ সম্বন্ধে নজনাকৈ ভাগৱতখন অসমীয়াত চিত্ৰৰ যোগে ৰচনা কৰা হৈছিল।

মূল পাণ্ডুলিপিসমূহৰ ছবি সযত্নে আনবিলাক ভাৰতীয় চিত্ৰকলাৰ ধাৰাৰ লগত অধ্যয়ন কৰা দৰ্কাৰ। ফুলেৰে সৈতে থকা গছৰ বা চৰাইৰ ছবিৰ বিশেষ আকৰ্ষণ আছে। জন্তু জীৱনৰ স্পষ্ট অঙ্কনৰ যোগেদি যথেষ্ট সহানুভূতি আৰু মৰম চেনেহৰ সাক্ষী দিয়ে। কেশন বিহীন ভাৰতীয় সিংহৰ ছবি কেইবা ঠাইতো আছে। আন্নাৰ

ৰাজ্যত প্ৰায় নিঃশেষ হৈ যোৱা মেঠোনৰ ছবিয়ে ছাত্ৰসকলক আকৰ্ষণ কৰিছে। সাজ-পোছাকসমূহ প্ৰচলিত ৰূপতে পোৱা যায় আৰু বৰ মনোৰঞ্জক যেন লাগে যেতিয়া ছবিত অসমীয়া বিহু উৎসৱৰ লগৰীয়া-ৰূপে ঢোল আৰু পেপাৰ ছবি দেখা যায়। ]

শ্ৰীসন্দিকৈক এটা প্ৰশ্ন সোধা হৈছিল, "আপুনি আপোনাৰ প্ৰকাশিত প্ৰবন্ধসমূহৰ এটা সংকলন উলিওৱাৰ কথা নেভাবেনে?" এই প্ৰশ্নৰ উত্তৰত তেখেতে কেইবাটাও জানিবলগা কথা ক'লে। তাৰপৰা ইয়াকে বুজিলো যে সন্দিকৈৰ কেৱল ইউৰোপীয় সাহিত্য সম্বন্ধীয় প্ৰবন্ধসমূহ অধ্যাপক বিৰিঞ্চিকুমাৰ বৰুৱাই সংকলন কৰি তাৰ 'ফাইল' এটা গুৱাহাটীত থাকোতেই তেওঁক চাবলৈ দিছিল। কিন্তু সন্দিকৈয়ে গুৱাহাটীত নানা কামৰ মাজত ব্যস্ত থকাত এই কথাত মন-কাণ দিব নোৱৰাত তল পৰে। তেওঁ যোৰহাটলৈ অহাত বহু দিনৰ পিচত অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীয়ে তেওঁৰ সকলো প্ৰবন্ধ সংকলন কৰি যুগুতাই থৈছে। কিন্তু সন্দিকৈ ডাঙৰীয়াই লগতে নতুন কেইটামান প্ৰবন্ধ দিয়াৰ মনস্থ কৰিছে কাৰণে সম্প্ৰতি হৈ উঠা নাই। নতুন প্ৰবন্ধনো কি কি লিখিবলৈ মনস্থ কৰিছে তাৰ কথা সোধাত তেখেতে কয় যে ১৯৭০ চনতে তলত দিয়া প্ৰবন্ধকেইটা লিখিবৰ কাৰণে মনস্থ কৰি থৈছে।

(১) ফৰাচী নাট্যকাৰ মলিয়েৰ।
(২) প্ৰথম ঐতিহাসিক নাটক (গ্ৰীক)।
(৩) মহাকবি গ্যেটেৰ 'ফষ্ট'।
(৪) ৰুচ সাহিত্যত জনজাতি।
(৫) ৰুচ নাট্যকাৰ চেকভ।
(৬) মহাকবি ডাণ্টেৰ অমৰকাব্য।
(৭) পুস্কিন আৰু ৰুচ সাহিত্য।

শ্ৰীসন্দিকৈয়ে এই প্ৰসঙ্গতে এটা কথা কৈছিল যে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা নিজে পণ্ডিত আছিল আৰু তেওঁ পাণ্ডিত্যৰ অনুৰাগীও আছিল।

———

## ৯

# ব্যক্তিগত পুথিভঁৰাল

কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ যিটো ব্যক্তিগত লাইব্ৰেৰী আছে সেয়া ভাৰতৰ ভিতৰতে এটা ডাঙৰ ব্যক্তিগত লাইব্ৰেৰী আৰু ইয়াত ভালেমান অতি দুষ্প্ৰাপ্য আৰু মূল্যবান গ্ৰন্থ আছে। এই লাইব্ৰেৰীটোত এঘাৰটা ভাষাত প্ৰায় তিনি লাখ টকাৰ কিতাপ আছে। ইয়াৰ বেছিভাগ কিতাপ ভাষা-সাহিত্য সম্পৰ্কীয় আৰু সেই সেই সাহিত্যৰ যিবোৰ classics আছে, সেইবোৰো, তাৰ উপৰিও সাহিত্যৰ বুৰঞ্জীসমূহো ইয়াত আছে। পাশ্চাত্য বুৰঞ্জী আৰু খৃষ্টান ধৰ্মৰ প্ৰাচীন ইতিবৃত্ত সম্পৰ্কীয় কিছুমান গ্ৰন্থও আছে। সন্দিকৈ ডাঙৰীয়াই এই পুথিভঁৰালটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ নামত উচৰ্গা কৰি থৈছে। তেখেতৰ ইচ্ছা যেন পুথিভঁৰালটো বিশ্ববিদ্যালয়ে ভালকৈ সংৰক্ষণ কৰে আৰু উচিত ব্যৱহাৰত লগায়। এই গোটেই কথাটো অৱশ্যে নিৰ্ভৰ কৰে উপাচাৰ্য্য আৰু পঞ্জীয়কৰ ওপৰত। প্ৰায় ৫০টা আলমাৰিত এই কিতাপখিনি আছে। তলত দিয়া ভাষাসমূহৰ কিতাপ ইয়াত আছে :—

১। ইংৰাজী ২। সংস্কৃত ৩। পালি ৪। প্ৰাকৃত ৫। ফ্ৰেঞ্চ ৬। জাৰ্মান ৭। ইটালিয়ান ৮। স্পেনিচ্ ৯। লেটিন ১০। গ্ৰীক ১১। ৰাচিয়ান।

অসমীয়া কিতাপবোৰ তেখেতৰ ঘৰৰ ওচৰৰ গীতাৰ্থী বিদ্যালয়ত দিয়া হ'ল। গুৱাহাটীত থকা অন্যান্য অসমীয়া পুথিবোৰ বিভিন্ন অনুষ্ঠানত দিছিল।

তলত দিয়া চুক্তিমতে গুৱাহাটী বিশ্ববিদ্যালয়ক সন্দিকৈ ডাঙৰীয়াই নিজা পুথিভঁৰালটো দান দিছে।

**Copy of the Resolution No 3/57/67 of the Executive Council held on 18th April, 1967.**

Read a note from the Registrar stating that Dr. K. K. Handiqui, Ex-Vice-Chancellor, Gauhati University has intimated his desire by a letter dated 27.3.67 addressed to him personally to bequeath his library containing rare and valuable books in ten languages besides English to the University on the following conditions :—

1. The University will remove the books within a month of his death ;

2. The books will be kept in the University library in a separate collection to be named after him ;

3. The books of this collection shall not be lent out but will be available for study & reference in the premises of the University Library.

Resolved that the generous gift be accepted with thanks and gratitude on the above conditions.

The executive council considers it a unique gesture of goodwill on the part of Dr. Handiqui to the University and puts on record its sincere appreciation of the valuable gift.

Resolved also that the Librarian be asked to take necessary action under the conditions laid down in 2 & 3 above.

Certified true copy.
Sd/- M. N. Goswami
Vice-Chancellor
Gauhati University

এই চুক্তি পত্ৰৰ মূল চৰ্ত তিনিটা তলত অসমীয়াৰে দিয়া হ'ল :—

১। বিশ্ববিদ্যালয়ে তেখেতৰ মৃত্যুৰ এমাহৰ ভিতৰত কিতাপখিনি লৈ যাব লাগিব।

২। এই কিতাপখিনি বিশ্ববিদ্যালয়ৰ পুথিভঁৰালত এটা সুকীয়া শাখাৰূপে তেখেতৰ নামত সংৰক্ষণ কৰিব লাগিব।

৩। এই শাখাৰ কিতাপবোৰ বাহিৰলৈ দিয়াৰ ব্যৱস্থা ক'ৰ নোৱাৰিব, কিন্তু আৱশ্যকমতে অধ্যয়ন কৰিবলৈ আৰু প্ৰসঙ্গ আলোচনা কৰিবৰ কাৰণে লাইব্ৰেৰীৰ চৌহদতে ব্যৱহাৰ কৰিব পাব।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱে মোৰ অনুৰোধক্ৰমে এই ব্যক্তিগত পুথি ভঁৰালটো এদিন চাবলৈ দিয়াত মই আনন্দ অনুভৱ কৰিছিলো। এজন মানুহে কিতাপ থ'বৰ কাৰণে কিমান যে যত্ন লৈছে তাক দেখি মই অভিভূত হ'লো। তেখেতৰ শোৱনি কোঠাটোৰো চাৰিওফালে কিতাপেই ভৰি আছে। ড্ৰইং ৰুমতো কেইবাটাও আলমাৰি আৰু কিতাপ থোৱা থাকত বহুতো মূল্যবান কিতাপ সজাই থোৱা আছে। ওপৰ আৰু তল মহলাত চল্লিশটামান আলমাৰি আৰু বহুতো ৰেকত কিতাপ সজাই থোৱা হৈছে। জাৰ্মান, ৰাচিয়ান, ফ্ৰেঞ্চ আদি ভাষাৰ বিভিন্ন পুথি সুকীয়া সুকীয়া আলমাৰিত আছে। কিতাপবোৰ দেখি এটা কথাইহে মোক তবধ লগাইছিল যে কিতাপবোৰত সন্দিকৈ ডাঙৰীয়াৰ নিজস্ব নাম লিখা থাকিলেও নম্বৰ দিয়া হোৱা নাই—বিষয় অনুযায়ী ভাগো কৰা নাই। ঠিক কিমান কিতাপ আছে কোৱাও টান —সন্দিকৈ ডাঙৰীয়াইও ক'ব নোৱাৰে। এই সম্বন্ধে তেখেতক সোধাত কৈছিল যে নিজৰ সময় বৰ কম কাৰণে এইবোৰ কাম কৰিব পৰা হোৱা নাই। কিন্তু অলপতে এটা ভাল ব্যৱস্থা কৰিব লাগিব বুলি তেখেতে মিচিকিয়াই মোক জনালে। মই যি বুজিলো তাৰ পৰা ইয়াকে ধাৰণা কৰিলো যে তেখেতে নিজেই পঢ়ে আৰু আনে তাৰ পৰা কিতাপ নিয়া ব্যৱস্থা নাই কাৰণেই সেইবোৰৰ কাৰণে তেনেদৰে চিন্তা কৰা নাই। এতিয়া অৱশ্যে চিন্তা কৰিছে—কাৰণ গুৱাহাটী বিশ্ববিদ্যালয়ে কিমান যত্ন কৰি থ'ব লাগিব তাৰ সম্বন্ধেও উল্লেখ কৰিছে।

গতিকে তেখেতৰ চুক্তিনামাত এই কথাটো স্পষ্টকৈ দিয়া আছে যে তেখেতৰ কিতাপবোৰ বাহিৰলৈ নি পঢ়াৰ ব্যৱস্থা হ'ব নোৱাৰিব।

যি কোনোৱে এবাৰ পুথিভঁৰালটো চায়েই নিশ্চয় ধাৰণা কৰিব যে প্ৰকৃততে এই ব্যক্তিগত পুথিভঁৰালটোত অতি মূল্যবান গ্ৰন্থৰ সংগ্ৰহ আছে আৰু সুন্দৰভাবে সংৰক্ষিত হৈছে আৰু লগতে আভিজাত্যৰ সাক্ষ্যও বহন কৰিছে। আনকি, আলমাৰি আৰু ৰেকৰ চিক্‌মিক্‌নি এতিয়াও বিদ্যমান। দৈনিক সেইবোৰ চাফা কৰা হয়—ক'তো ধূলি-বালি অকণিকে নাই।

বলচেভিক বিপ্লৱৰ আগতে প্ৰকাশ হোৱা দুষ্প্ৰাপ্য ৰাচিয়ান কিতাপো তেওঁৰ হাতত আছে। আনত সেইবোৰ কিতাপ পোৱা টান। তাৰ ভিতৰত চেণ্ট পিটাৰ্চবাৰ্গ একাডেমিৰ প্ৰকাশিত গোটাচেৰেক ক্লাচিক্সও ( classics ) আছে।

এই পুথিভঁৰালটোত নানা ধৰ্ম সম্বন্ধীয়, যথা হিন্দু, বৌদ্ধ, জৈন, হিব্ৰু আৰু খৃষ্টধৰ্মৰ বহুতো পুথি আছে। এই বিভিন্ন ধৰ্মৰ গ্ৰন্থবোৰ দেখাৰ পিচত তেখেতক এটা প্ৰশ্ন সুধিছিলো যে তেখেতে হিব্ৰু ধৰ্ম-সাহিত্য আৰু খৃষ্টধৰ্মৰ ইমান পুথি কিয় সংগ্ৰহ কৰিছিল—তাৰ উত্তৰত তেওঁ মোক কৈছিল যে ডাণ্টে পঢ়িবৰ কাৰণেই তেওঁ এনেদৰে খৃষ্ট ধৰ্ম সম্বন্ধীয় আৰু হিব্ৰু সাহিত্যৰ বিভিন্ন গ্ৰন্থ সংগ্ৰহ কৰিছিল আৰু সেইবোৰ অধ্যয়ন কৰিছিল।

সন্দিকৈ ডাঙৰীয়াৰ পুথিভঁৰালটোত আৰ্ট সম্বন্ধীয় এটি সুন্দৰ সংগ্ৰহ আছে। ইয়াত কেৱল ভাৰতীয় কলা সম্বন্ধীয় সংগ্ৰহেই যে আছে এনে নহয়, পাশ্চাত্য জগতৰ বিভিন্ন আৰ্ট সংগ্ৰহো ইয়াত আছে। ইজিপ্তৰ কেইখনমান এলবাম অতি মনোগ্ৰাহী।

অতি দুষ্প্ৰাপ্য আৰু মূল্যবান হ'লেও সন্দিকৈৰ নিচিনা এজন অধ্যয়নশীল ব্যক্তিৰ পুথিভঁৰালত সাহিত্য-সংস্কৃতি আৰু বুৰঞ্জীৰ বিভিন্ন গ্ৰন্থ থকাটো একেবাৰে স্বাভাৱিক। কিন্তু ইয়াত উদ্ভিদ বিদ্যাৰ কিছুমান কিতাপ দেখি মই বৰ আচৰিত হ'লো। যেনে, 100 beautiful trees of India, Glossary of Indian Medicinal plants ইত্যাদি।



শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ বাসভৱন



নাতিনীয়েক নাতিৰে সৈতে কৃঃকাঃ সন্দিকৈ



সন্দীকের লাইব্রেরীর একাংশ



সন্দীকের লাইব্রেরীর একাংশ



সন্দিকৈৰ;লাইব্ৰেৰীৰ একাংশ



সন্দিকৈৰ লাইব্ৰেৰীৰ একাংশ

এইবোৰ কিতাপ সন্দিকৈদেৱে পঢ়িছেনে নাই আৰু যদিহে পঢ়িছে কিয় পঢ়িছে বুলি সোধাত উত্তৰত জনালে যে সংস্কৃতত উল্লিখিত গছ-গছনিৰ নামবোৰৰ আধুনিক নাম কি জানিবৰ কাৰণেই তেওঁ এনে ধৰণৰ বিবিধ কিতাপ সংগ্ৰহ কৰিছিল আৰু সেইবোৰ অধ্যয়ন কৰিছিল।

মুঠতে এই লাইব্ৰেৰীটো দেখি কিতাপ কথাত যে সন্দিকৈ ডাঙৰীয়া কিমান পৰিপাটি আৰু কিতাপৰ কাৰণে এইজন ব্যক্তিয়ে কিমান যত্ন ল'ব পাৰে তাক ভাবিয়ে ভাল লাগিল আৰু পুথিভঁৰালটো ভালদৰে চাবলৈ পোৱাৰ কাৰণে গৌৰৱ অনুভৱ কৰিলো। আৰু শেষত তেখেতৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰিলো। একাষাৰতে ক'বলৈ গ'লে—পুথিভঁৰালটো সন্দিকৈদেৱৰ অতি মৰমৰ আৰু অতি আদৰৰ।

সন্দিকৈ ডাঙৰীয়াক মই এবাৰ এটা প্ৰশ্ন সুধিছিলো—"আপোনাৰ লাইব্ৰেৰীত থকা কোনবিলাক কিতাপৰ প্ৰতি আপোনাৰ বেছি মৰম আৰু আদৰ ?" মই তেখেতৰ কথাৰ পৰা যি বুজিলো তাৰ পৰা উয়াকে ধাৰণা কৰিলো যে লাইব্ৰেৰীটোৰ সম্পৰ্কে তেখেতৰ এটা অনুভূতিপূৰ্ণ ( Sentimental ) কথা আছে। ইংৰাজী, ফৰাচী আৰু জাৰ্মান ভাষাত লিখা যিবিলাক কিতাপৰ যোগেদি তেওঁ কচ, গ্ৰীক আদি অন্যান্য ভাষা শিকিছিল এতিয়াও সেইবিলাক অতি যত্নে আৰু সঙ্গোপনে লাইব্ৰেৰীত ৰাখিছে।

জ্ঞান-পিপাসু, গৱেষণা-প্ৰিয় আৰু অধ্যয়নশীল ব্যক্তিৰ কাৰণে সন্দিকৈৰ পুথিভঁৰালটো অনুপম সঁফুৰা আৰু অনুপ্ৰেৰণাৰ প্ৰকৃত ক্ষেত্ৰ হ'ব বুলি মোৰ আন্তৰিক বিশ্বাস আৰু ধাৰণা হৈছে। জ্ঞান-চৰ্চাৰ এটা নতুন প্ৰশাখাৰূপে ভৱিষ্যতে এই গ্ৰন্থৰাজিয়ে নতুন পুৰুষক উদ্দীপনা যোগাব। ভৱিষ্যত বংশধৰৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ে এই অমূল্য ভাণ্ডাৰৰ গৰাকী হ'বলৈ পোৱাটো বৰ আনন্দৰ কথা হৈছে।

---

১০

# কৃষ্ণকান্ত সন্দিকৈদেৱৰ শুভ-পৰিণয়

সন্দিকৈ ডাঙৰীয়া ১৯২৭ চনত ইউৰোপৰ পৰা ঘূৰি আহে। ইয়াৰ পিচতে তেওঁৰ বিয়াৰ বন্দৱস্ত হয় নগাঁৱৰ উমাচৰণ গোহাঁই ডাঙৰীয়াৰ জীয়াৰী হেমলতা আইদেওৰ লগত। এওঁলোকৰ বিয়া হয়—১৯২৮ চনৰ ফ্রেব্রুৱাৰী মাহত।

শ্রীসন্দিকৈলৈ ছোৱালী ধৰা সম্পৰ্কে তেওঁৰ নিজ মুখৰ পৰা জনা হয় যে—দেউতাক স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ বন্ধু আছিল যোৰহাট হাইস্কুলৰ প্ৰধান শিক্ষক স্বৰ্গীয় জেহিৰুদ্দিন আহমদৰ দেউতাক ডঃ কেৰামত হুছেইন। সন্দিকৈ পৰিয়ালৰ এই ডাক্তৰৰ পৰিয়ালৰ লগত বৰ ঘনিষ্ঠতা আৰু সদ্ভাব-সম্প্ৰীতি আছিল। এই কেৰামত ডাক্তৰৰ দ্বিতীয় পুত্ৰ টকিউদ্দিন আহমদৰ লগত কৃষ্ণকান্ত সন্দিকৈৰ বন্ধুত্ব আছিল। টকিউদ্দিন সন্দিকৈতকৈ বয়সত প্ৰায় দুবছৰ ডাঙৰ আছিল, কিন্তু তেওঁতকৈ তল শ্ৰেণীত পঢ়িছিল। সন্দিকৈ ডাঙৰীয়াৰ মাক নাৰায়ণী সন্দিকৈ ডাঙৰীয়ানীয়ে টকিউদ্দিনক নিজৰ পুতেকৰ দৰে মৰম কৰিছিল। গতিকে সন্দিকৈৰ বন্ধু হিচাবে টকিয়ুত ডাঙৰীয়াৰ দ্বাৰাই তেওঁৰ কাৰণে ছোৱালী চোৱাইছিল। প্ৰথমে তেওঁ কোনোবা এঘৰত চাই ছোৱালী পছন্দ নকৰাত ডিব্ৰুগড়ত থকা লক্ষ্মীনাথ গোহাঁইৰ ঘৰতে ( হেমলতা আইদেওৰ ককাক ) হেমলতা আইদেওক চাই আহে। এইজন বন্ধুৱে ছোৱালী ভাল দেখি আঙঠি পিন্ধাবলৈ কোৱাতহে হেমলতাক সন্দিকৈৰ কাৰণে আঙঠি পিন্ধায়। মুঠতে বন্ধুৰ পছন্দ মতেই ছোৱালী আনে। তেওঁ নিজে ছোৱালী চোৱা নাছিল।

টকিউদ্দিন চাহেব সেই সময়ত খোৱাং অঞ্চলত এচ-ডি-চি হৈ চাকৰি কৰিছিল। ডিব্ৰুগড়ৰ পৰা ছোৱালী আনিবলৈ যাওঁতে টকিউদ্দিনে দিহা কৰা মতে সন্দিকৈৰ দৰা পাৰ্টিয়ে খোৱাঙতে চাহ খাই গৈছিল।

হেমলতা আইদেওৰ জন্ম হয়—১৯১৪ চনত। এওঁ ডিব্ৰুগড়

ছোৱালী হাইস্কুলত ককাক লক্ষ্মীনাথ গোঁহাইৰ ঘৰত থাকি পঢ়িছিল। স্বৰ্গীয় হেমলতা সন্দিকৈৰ সম্বন্ধে ৺নকুলচন্দ্ৰ ভূঞাদেৱে বৰ সুন্দৰকৈ দুটামান কথা লিখিছিল। তাকে তলত তুলি দিলো।

"হেমলতা আছিল ৰূপৱতী, গুণৱতী আৰু স্বাস্থ্যৱতী। বিয়াৰ সময়ত তেওঁ হাইস্কুলৰ দশম মানৰ ছাত্ৰী আছিল। স্কুলত থাকোঁতেই অসমীয়া ছোৱালীৰ লাগতিয়াল শিক্ষা বন্ধা-বঢ়া, তাঁত বোৱা আদি স্বৰ্গীয় ফুকননীৰ তত্ত্বাৱধানতে তেওঁ স্কুলীয়া পাঠ্য পুথিৰ লগতেই লাভ কৰিছিল।"

"সকলো গৃহস্থালী কামত সুনিপুণা নাৰায়ণী আইদেৱে বোৱাৰীয়েক হেমলতাক নিজৰ আহিত সকলো প্ৰকাৰে শিকাই বুজাই এগৰাকী আদৰ্শ অসমীয়া তিৰোতাৰ সকলো গুণেৰে বিভূষিত কৰি গঢ়ি তুলিছিল। হেমলতা ভাল শিপিনী আছিল, নিজৰ বিহা-মেখেলা নিজে বৈ লৈছিল, বজাৰৰ ৰঙ-বিৰঙৰ কাপোৰ কিনি নলৈছিল। ১৯৩৮ চনত নাৰায়ণী আইদেউৰ মৃত্যু হোৱাত গোটেই পৰিয়ালটোৰ গধুৰ দায়িত্ব হেমলতাৰ কান্ধত পৰে। ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া চকৰাল বাগিচাত থাকিবলৈ লোৱাত লগত শ্ৰীমতী অন্নদা আইদেৱক লৈ সপ্তাহত অন্ততঃ এবাৰ বাগিচালৈ গৈ শহুৰ দেউতাকৰ খোৱা লোৱা, থকা-মেলা, সকলোৰে সুবিধা কৰি অহাটো হেমলতাৰ এটি প্ৰধান কৰ্তব্য আছিল। যেনেকৈ ঘৰখনৰ সকলো দায়িত্ব লৈ নাৰায়ণী আইদেৱে সন্দিকৈ ডাঙৰীয়াক ৰাজকাৰ্য্য আৰু পাছত চাহ বাগিচাৰ কামত আত্মনিয়োগ কৰিবলৈ সুযোগ দিছিল, সেইদৰেই হেমলতা আইদেৱেও ঘৰখনৰ সকলো কাম, ল'ৰা-ছোৱালীৰ পঢ়া-শুনা, বিয়া-বাৰু, আনকি চাহ-বাগিচাৰ সাধাৰণ কথা-বিলাকৰো দায়িত্ব লৈ স্বামী কৃষ্ণকান্ত সন্দিকৈদেৱক গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কাম চলোৱাত আৰু তেওঁৰ লিখা-পঢ়া, গৱেষণা আদিত একান্তমনে থাকিবলৈ সুযোগ দিছিল।"

"হেমলতাৰ চৰিত্ৰ উদাৰ আৰু প্ৰগতিশীল আছিল। দেশৰ সকলো কথা, সমাজ, সাহিত্য আনকি চলি থকা ৰাজনৈতিক কথাবিলাকৰো খা-খবৰ ৰাখিছিল। তেওঁৰ লগত কথা পতা লোকসকলৰ মনত

হেমলতাৰ শিক্ষা-সংস্কৃতিসম্পন্ন মহিলাসুলভ মৃদু-ভাষণ, গাম্ভীৰ্য্যপূৰ্ণ স্বভাৱ, সৰবৰহী বাংঢালী আচৰণৰ ছাব বহি গৈছিল। তেওঁৰ নিৰভিমান সজ গুণবিলাকৰ প্ৰশংসা কথা-বতৰা পতা মানুহ মাত্ৰেই নকৰি নোৱাৰিছিল। তেওঁ কেইবাখনিও ছোৱালী স্কুল আৰু মহিলা সমিতি আদিৰো সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। যোৰহাট নগৰত হোৱা প্ৰায় সকলো সভা-সমিতিত হেমলতা সন্দিকৈয়ে যোগ দিছিল।"

"হেমলতা আদৰ্শ অসমীয়া বোৱাৰী। পৰিপাটিকৈ ঘৰ-বাৰী চলোৱা আৰু চাফ-চিকুণকৈ ৰখা, চাকৰ-নাকৰ চলোৱা, নগৰৰ সকলো শ্ৰেণীৰ মানুহৰ লগত অমায়িক সৌহাৰ্দ্যভাৱ ৰাখিব পৰা আদি গুণ সকলোৱে শলাগ লৈছিল। আইদেও ধৰ্মভীৰু আৰু ভাগৱত আৰু নাম ধৰ্মৰ প্ৰতি বিশেষভাৱে আকৃষ্ট আছিল। ডক্টৰ ডম্বৰুধৰ গগৈ বোপাৰে সৈতে বৰছোৱালী শ্ৰীমতী প্ৰমীলা আইদেওৰ বিয়া পাতোঁতে বিয়াৰ কেইদিনমানৰ আগতে ভাগৱত থাপনা কৰি, নাম-প্ৰসঙ্গ কৰোৱাই, নগৰৰ প্ৰায় সকলো মগনীয়া আৰু হৰিজনক মতাই আনি জীয়েকৰ হতুৱাই সকলোকে খাবলৈ দিয়াই জীয়েকৰ হতুৱাই দক্ষিণা দিয়াই বিদায় দিছিল।"

"হেমলতা আইদেওৰ স্বাস্থ্য ১৯৫৫ চনৰ পৰা বেয়াৰ ফালে আহে। মৃত্যুৰ দুমাহমানৰ আগতে, তেখেতৰ পেটৰ বিশেষ অসুখ হোৱাত ছিলঙৰ ৱেলছ্ মিছন (ৰবাৰ্ট) হস্পিটালত অস্ত্ৰোপচাৰ কৰোৱা হয়। অস্ত্ৰোপচাৰৰ পাছত অলপ ভাললৈ আহি বায়ু আৰু তেজৰ চাপত আকৌ বেয়াৰ ফালে ঢাল লোৱাত শ্ৰেষ্ঠ ডাক্তৰৰো যত্নই তেখেতক ৰক্ষা কৰিব নোৱাৰিলে।" ১৯৬১ চনৰ ২০ জুলাইত হেমলতা আইদেওৰ মৃত্যু হয়।

এওঁলোক দুয়োৰে মিলনত তিনিটি সন্তান জন্ম হয়। প্ৰথমা কন্যা শ্ৰীমতী প্ৰমীলাবালা গগৈ আৰু দ্বিতীয়া গৰাকী কন্যা হ'ল—শ্ৰীমতী অহল্যাবালা গগৈ। তেওঁলোকৰ একমাত্ৰ পুত্ৰ হৈছে—শ্ৰীবিজয়কৃষ্ণ সন্দিকৈ। শ্ৰীমতী প্ৰমীলা আইদেওক বিয়া কৰাইছে তিতাবৰৰ শ্ৰীডম্বৰুধৰ গগৈদেৱে। শ্ৰীগগৈ অসম মাধ্যমিক শিক্ষা বোৰ্ডৰ

সচিব হৈ থকাৰ পিচত সম্প্ৰতি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কলেজ পৰিদৰ্শক হৈ আছে। শ্ৰীমতী অতলা আইদেওক বিয়া কৰাইছে শিৱসাগৰৰ শ্ৰীবুদ্ধীন্দ্ৰনাথ গগৈয়ে। বৰ্তমান শ্ৰীগগৈ গড় কাপ্তানী বিভাগৰ ইঞ্জিনিয়াৰ আৰু ব্ৰহ্মপুত্ৰ আয়োগৰ সচিব। শ্ৰীবিজয়কৃষ্ণ সন্দিকৈয়ে এম-এ পাছ কৰি দেউতাক সন্দিকৈৰ তত্বাৱধানত হেমলতা সন্দিকৈ স্কুলখনৰ সুন্দৰকৈ পৰিচালনা কৰি আছে। সম্প্ৰতি এম-এল-এ হৈ আছে। শ্ৰীবিজয়কৃষ্ণই বিয়া কৰাইছে দুলিয়াজানৰ অইল ইণ্ডিয়াৰ ইঞ্জিনিয়াৰ ( অৱসৰপ্ৰাপ্ত ) শ্ৰীদামোদৰ গোহাঁই ডাঙৰীয়াৰ জীয়াৰী শ্ৰীমতী স্বৰূপৰাণী সন্দিকৈৰ।

শ্ৰীসন্দিকৈয়ে তেখেতৰ শ্ৰদ্ধেয়া স্ত্ৰী স্বৰ্গীয়া হেমলতা সন্দিকৈৰ স্মৃতি যুগমীয়া কৰিবৰ কাৰণে যোৰহাট চেচুবাৰীত আঢ়ৈ লাখ টকা দান দি হেমলতা সন্দিকৈ স্কুলখন পাতি দিছে। এই অনুষ্ঠান পতাৰ মূল উদ্দেশ্য হৈছে মাধ্যমিক শিক্ষাৰ মান উন্নয়ন কৰা আৰু শিক্ষা যাতে ভাল হয় তাৰ প্ৰতি লক্ষ্য ৰখা। গতিকে সন্দিকৈয়ে এই অনুষ্ঠানত ছাত্ৰ সংখ্যা বান্ধি দিছে। কোনো শাখা বা শ্ৰেণীত ৫০ অতকৈ কোনো গুণে বেছি ছাত্ৰ হ'ব নোৱাৰিব বুলি ন্যাসপত্ৰত উল্লেখ কৰি দিছে। এতিয়া এই অনুষ্ঠানত শিক্ষাৰ মাধ্যম হ'ল ইংৰাজী কিন্তু এই বিষয়ে ন্যাসপত্ৰত কোনো উল্লেখ নাই আৰু মাধ্যম সম্পৰ্কত সন্দিকৈয়ে কয় যে সেইটো সমসাময়িক আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। ভবিষ্যতে এই স্কুলখন কিদৰে চলে তাৰ কাৰণেই শেষ বয়সত সন্দিকৈৰ "বিশেষ উদ্বেগ আৰু চিন্তা ৰ'ল" বুলি মন্তব্য কৰে।

শিক্ষানুষ্ঠান এটা কেনেকৈ ভালভাৱে পৰিচালিত হয় তাৰ চিন্তা প্ৰকৃততে এজন শিক্ষাবিদেহে কৰিব পাৰে।

———

১১

# জগন্নাথ বৰুৱা কলেজত

১৯২৭ চনৰ আগ ভাগত সন্দিকৈদেৱে ইউৰোপৰ পৰা ঘূৰি আহে। এই বছৰৰ মাজ ভাগৰ পৰাই ১৯৩০ চনৰ অক্টোবৰলৈকে নবছাৰীৰ ওচৰত থকা তিৰুৱাল বাগানলৈ যোৰহাটৰ পৰা অহা-যাৱা কৰে। একেৰাহে ১০।১২ দিন বাগানত থাকি বাগানৰ কাম পৰিদৰ্শন কৰি বাগানৰ কাম শিকে। সন্দিকৈ ডাঙৰীয়াৰ মতে সেই অভিজ্ঞতাই তেখেতৰ শেষ জীৱনত সাংসাৰিক হিচাবে কাৰ্য্য-নিৰ্বাহ কৰাত বহুত সহায় কৰিছে। সেই তেতিয়াই এইদৰে বাগানলৈ অহা-যোৱা কৰোতেই 'নৈষধ-চৰিত'ৰ অনুবাদ আৰু ব্যাখ্যা আদি লেখা আৰম্ভ হয় আৰু এই কাৰ্য্যত ভালেখিনি আগবাঢ়ে।

যোৰহাটৰ জগন্নাথ বৰুৱা কলেজটো প্ৰতিষ্ঠা হয় ১৯৩০ চনৰ ১০ অক্টোবৰ তাৰিখে। তাৰ আগতে তিৰুৱাল বাগানৰ পৰা সন্দিকৈ এদিন ঘৰলৈ আহোতে তেওঁক ৺তুলসীনাৰায়ণ শৰ্মা আৰু শ্ৰীযজ্ঞেশ্বৰ শৰ্মা ডাঙৰীয়াই লগ ধৰি জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষৰ ভাৰ ল'বলৈ অনুৰোধ কৰে। কেতিয়াও চাকৰি নকৰো বুলি ভাবি থকা ব্যক্তিজনে কিন্তু সেই ভাৰ লবলৈ আগ্ৰহেৰে সম্মতি জ্ঞাপন কৰিলে। অক্টোবৰত কলেজ প্ৰতিষ্ঠা হোৱাৰ লগে লগে সন্দিকৈ ডাঙৰীয়াই কলেজৰ অধ্যক্ষৰূপে কাৰ্য্যভাৰ বহন কৰিবলৈ গাত লয়। তেতিয়া অধ্যাপক আছিল ৺তুলসীনাৰায়ণ শৰ্মা, শ্ৰীযজ্ঞেশ্বৰ শৰ্মা, ৺ফণীধৰ দত্ত, ৺প্ৰফুল্লপ্ৰাণ চাংকাকতি আৰু ৺গুণগোবিন্দ দত্ত। এই কলেজতে তেতিয়াৰে পৰা সুদীৰ্ঘ সোতৰ বছৰ কাল অৰ্থাৎ ১৯৪৭ চনলৈকে সন্দিকৈদেৱে অধ্যক্ষৰ গুৰু দায়িত্ব বহন কৰি অসমৰ ভিতৰত সৰ্বপ্ৰথম বে-চৰকাৰী কলেজৰূপে সকলো প্ৰকাৰে জাকত জিলিকা আৰু যোগ্য কৰি "জগন্নাথ বৰুৱা কলেজ"টো গঢ়ি তুলিলে। কলেজ এৰাৰ পাচত কলেজৰ বিজ্ঞান শাখাটো তেওঁৰ আৰ্থিক সাহায্যত সুন্দৰ ধৰণে গঢ়ি উঠে।

যোৰহাট জগন্নাথ বৰুৱা কলেজ স্থাপন সম্পৰ্কত সন্দিকৈ ডাঙৰীয়াই কয়, "এই কলেজ প্ৰথমে স্থাপন হওঁতে কলিকতা বিশ্ববিদ্যালয়ৰ কলেজ-সমূহৰ পৰিদৰ্শক হৰেন্দ্ৰকুমাৰ মুখাৰ্জী আৰু তেওঁৰ লগত চাৰ দেবপ্ৰসাদ সৰ্বাধিকাৰী আহিছিল। মই গুৱাহাটীত আই-এ পঢ়োতে সৰ্বাধিকাৰী (তেতিয়া চাৰ উপাধি পোৱা নাই) গুৱাহাটীলৈ আইন কলেজ স্থাপন সম্পৰ্কে পৰিদৰ্শন কৰিবলৈ আহিছিল। ইয়াৰ কিছুদিনৰ পিচত মই বি-এ পঢ়োতে তেওঁ বছৰদিয়েক কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ আছিল। ইমান দিনৰ পিচত আকৌ তেখেতে জগন্নাথ বৰুৱা কলেজ পৰিদৰ্শন কৰিবলৈ অহাত আমি ভাল পাইছিলো। অসমৰ প্ৰতি তেখেতৰ যথেষ্ট সম্ভাৱ আৰু সহানুভূতি আছিল। তেখেতে এই কলেজ চাবলৈ আহোঁতে আমাক উৎসাহ দিবৰ কাৰণে গুৱাহাটীৰ পৰা অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাকো লগত লৈ আহিছিল। বৰুৱা ডাঙৰীয়া মই কলেজত পঢ়া দিনৰে পৰা, মোৰ পৰম হিতৈষী আৰু উৎসাহদাতা আছিল। বিশ্ববিদ্যালয়ৰ পৰিদৰ্শকসকলৰ লগত তেওঁক অহা দেখি আমি বৰ ভাল পাইছিলো। কলেজ পৰিদৰ্শনৰ পিচত সৰ্বাধিকাৰীক সম্বৰ্দ্ধনা জনাবৰ কাৰণে সাহিত্যসভা মন্দিৰত এখন ৰাজহুৱা সভা বহিছিল। তাত তেখেতে বক্তৃতা প্ৰসঙ্গত কলেজখনক সহানুভূতি দেখুৱাবৰ কাৰণে ৰাইজক অনুৰোধ কৰিছিল। দুৰ্ভাগ্যবশতঃ সভা হৈ যোৱাৰ পিচত তেখেতে মোক আত্মীয়াকৈ মাতি নি ক'লে যে তেওঁক দেখা কৰিবলৈ যোৱা কোনো কোনো মানুহৰ মুখত এটা কথা শুনি বৰ বেয়া পালে যে তেওঁলোকৰ মতে ইয়াত কলেজ হোৱাৰ নাম মাত্ৰও আশা নাই। জনদিয়েক নিবনুৱা মানুহে মিলি কলেজ পাতিছে আৰু 'উনি (অৰ্থাৎ মই) এত সবল' যে এই বিলাক কথাত বিশ্বাস কৰিছে। তেখেতৰ এইবোৰ কথা শুনি মই বহুত কথা জোৰেৰে ক'ব লগা হ'ল। অৱশেষত বিশ্ববিদ্যালয়ৰ দ্বাৰা কলেজ স্বীকৃতিৰ কাৰণে তেখেতে যত্ন কৰিব বুলি আশ্বাস দি গ'ল।"

যোৰহাটত কলেজ পতা সংক্ৰান্তত সন্দিকৈ ডাঙৰীয়াই কয় যে সেই সময়ত চৰকাৰ প্ৰাইভেট কলেজ পতাৰ ঘোৰ বিৰোধী আছিল আৰু

সেই কাৰণেই জগন্নাথ বৰুৱা কলেজে চৰকাৰী অনুদান পোৱাত বহুত পলম হ'ল। প্ৰথমে অনুদান মাহে দেৰশনে দুশহে পাইছিল। তাৰ আগতে অসম চৰকাৰে affiliation দিয়া সময়তো বিৰোধিতা কৰিছিল। ডঃ শ্যামাপ্ৰসাদ মুখাৰ্জী আৰু কলেজ পৰিদৰ্শক ডঃ হৰেন্দ্ৰ কুমাৰ মুখাৰ্জীয়ে বেঙ্গল চৰকাৰক টানি ধৰাতহে যোৰহাট কলেজে স্বীকৃতি লাভ কৰাত সন্মতি পায়।

কলিকতা বিশ্ববিদ্যালয়ৰ বিধি অনুযায়ী কোনো কলেজক কলিকতা বিশ্ববিদ্যালয়ে বেঙ্গল চৰকাৰৰ পৰা অনুমোদন নোপোৱালৈকে স্বীকৃতি দিব নোৱাৰিছিল। সেই কাৰণে যোৰহাট কলেজৰ স্বীকৃতিৰ শেষ সিদ্ধান্তৰ কাৰণে বেঙ্গল চৰকাৰলৈ বিশ্ববিদ্যালয়ে লিখিছিল আৰু তেতিয়া বেঙ্গল চৰকাৰে অসম চৰকাৰৰ মতামত খুজি পঠাইছিল। তেতিয়া অসম চৰকাৰে অনুমোদনৰ বিৰুদ্ধে মত দিছিল আৰু যিমানবিলাকে দান-বৰঙণি দিয়াৰ প্ৰতিশ্ৰুতি দি থৈছে সেই আটাইবিলাক সম্পূৰ্ণ কৈ দিয়াৰ পিচতহে স্বীকৃতিৰ কথা ভাবিব লাগে বুলি জনাইছিল। অসম চৰকাৰৰ এই মত পোৱাৰ পিচতে শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে কলিকতা বিশ্ববিদ্যালয়ক টানি ধৰে।

শ্যামাপ্ৰসাদ মুখাৰ্জী তেতিয়া বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটৰ সভ্য আৰু গোটেই বিশ্ববিদ্যালয়ৰ ভিতৰতে এজন প্ৰতিপত্তিশালী নেতা আছিল। তেওঁৰ আৰু ডঃ হৰেন মুখাৰ্জীৰ নিচিনা মানুহৰ সহায়-সহানুভূতি নোপোৱা হলে যোৰহাট কলেজে অন্ততঃ সেইসময়ত কেতিয়াও স্বীকৃতি নেপালেহেঁতেন।

এই জগন্নাথ বৰুৱা কলেজ হ'ল অসমৰ প্ৰথম বে-চৰকাৰী কলেজ আৰু ইয়াতেই বি-এ শ্ৰেণী খোলাৰ কিছুদিনৰ পিচত অসমত প্ৰথম বি-কম শ্ৰেণী অধ্যক্ষ সন্দিকৈৰ যত্নতে খোলা হয়। জগন্নাথ বৰুৱা কলেজ খোলাৰ কেইবছৰমানৰ পিচতে চিল্‌হেটৰ হবিগঞ্জত এটা বে-চৰকাৰী কলেজ স্থাপন হয়। এই প্ৰসঙ্গত অসম চৰকাৰৰ পৰা ওলোৱা Quinquennial Report ( পাঁচ বছৰীয়া প্ৰতিবেদন )-অত প্ৰকাশ হয় যে "যোৰহাটত এটা বে-চৰকাৰী কলেজ প্ৰতিষ্ঠা হৈছে আৰু হবিগঞ্জতো এটা বে-চৰকাৰী কলেজ পতাৰ Threat ( বিভীষিকা )

হৈছে।' ইয়াৰ পৰাই জনা যায় যে অসম, চৰকাৰৰ ভুল শিক্ষা-নীতিৰ কাৰণেই অসমত কলেজ স্থাপনৰ এনে মন্থৰ গতি আৰু শিক্ষা-ক্ষেত্ৰত আন ৰাজ্যতকৈ অসম এই কাৰণেই বহুত পিচ পৰি থাকিল।

সন্দিকৈ ডাঙৰীয়াই কৈছিল, সেই সময়ত বে-চৰকাৰী কলেজ এখন টকা-পইচা নোহোৱাকৈ স্থাপন কৰাটো অতি নাভূত-নাশ্ৰুত কথা আছিল। বহুতেই এই কথাটোত হাঁহিছিল। আনকি, এনে ধৰণৰ মন্তব্যও শুনা গৈছিল যে যি সকলে কলেজ পাতিবলৈ লৈছে তেওঁলোকৰ কাণ্ড-জ্ঞান নাই—সাংসাৰিক জ্ঞান নাই ইত্যাদি। এই সংক্ৰান্তত সন্দিকৈ ডাঙৰীয়াই স্বৰ্গীয় তুলসীনাৰায়ণ শৰ্মা ডাঙৰীয়াৰ কথা সোঁৱৰে। লেখকৰ মতে শৰ্মাৰ নিচিনা উৎসাহী লোক এজন নথকা হ'লে কেতিয়াও 'যোৰহাট কলেজ' হৈ নুঠিলাহেঁতেন। "তেওঁ চাইকেলত টলং ভটংকৈ ঘূৰি চান্দা তুলি কলেজৰ কাৰণে টকা গোটাইছিল। শৰ্মাই কলেজ স্থাপনত অশেষ কষ্ট স্বীকাৰ কৰিছিল। তেওঁৰ সাহ আৰু উদ্দীপনাই আন সকলোকে প্ৰেৰণা যোগাব পাৰিছিল।" যোৰহাটত কলেজ পতাৰ বুৰঞ্জীত তুলসী শৰ্মাৰ নাম যুগমীয়া হৈ ৰ'ব বুলি সন্দিকৈ ডাঙৰীয়াই মন্তব্য কৰে।

জয়জয়তে এই কলেজ লক্ষ্মী ইউনিয়ন, অসমীয়া থিয়েটাৰ হল আৰু সাহিত্য সভাৰ ঘৰ ভাৰাত লৈ পাতিবৰ কথা চলিছিল। কিন্তু সন্দিকৈ ডাঙৰীয়াৰ আজীৱন বন্ধু মুকুন্দধৰ বৰুৱাই কৃষ্ণকান্ত সন্দিকৈয়ে অধ্যক্ষৰ ভাৰ ল'ব বুলি জানিয়েই ককাদেউতাকৰ স্মৃতি ৰক্ষাৰ কাৰণে জগন্নাথ বৰুৱাৰ বাসভৱন 'বৰপাত্ৰ কটেজ' নামৰ বিৰাট ঘৰ-দুৱাৰ কলেজৰ নামত দিবলৈ সন্মতি দিয়ে। তেতিয়া সেই 'বৰপাত্ৰ কটেজ'টো কৃষি বিভাগে ভাড়ালৈ লৈ আছিল। তেতিয়াই মুকুন্দধৰ বৰুৱাই লেখালিখি কৰি কিছুদিনৰ পাছত কৃষি বিভাগৰ পৰা ঘৰ এৰুৱাই কলেজৰ নামত এই বৰপাত্ৰ কটেজটো দিয়ে। জগন্নাথ বৰুৱাৰ পুত্ৰ দেবেন্দ্ৰ বৰুৱাই ইয়াতে এটা সংস্কৃত কলেজ খোলাৰ প্ৰস্তাৱো কৰিছিল বুলি শুনা যায়। কিন্তু কালক্ৰমত জগন্নাথ বৰুৱাৰ বাসভৱনতে অসমৰ প্ৰথম বে-চৰকাৰী কলেজ 'জগন্নাথ বৰুৱা কলেজ' প্ৰতিষ্ঠা হয়। দ্বিতীয় মহাসমৰৰ সময়ত

এই কলেজ মিলিটেৰিক এৰি দিব লগা হোৱাত কিছুদিন অসমীয়া থিয়েটাৰ হলটোকে ভাৰা লৈ কলেজৰ শিক্ষাদান চলাব লগা হৈছিল। যুদ্ধৰ পিচত পুনৰ আগতকৈয়ো পয়োভৰেৰে আগৰ ঠাইত কলেজখন চলিবলৈ আৰম্ভ হয়।

শেষত ইয়াকে ক'ব পাৰি যে—অৰ্থৰ অভাৱ, যথেষ্ট ৰাজহুৱা সহানুভূতিৰ অভাৱ, অসম চৰকাৰৰ সম্পূৰ্ণ উদাসীনতা আদি বহুত বাধা-বিঘিনি অতিক্ৰম কৰিহে এই কলেজখন স্থাপন কৰিব পৰা হৈছিল।

এয়াই হ'ল অসমত বে-চৰকাৰী কলেজ পতাৰ মৰ্মস্পৰ্শী কাহিনী।

শিক্ষাবিদ সন্দিকৈ গুৱাহাটীলৈ যোৱাৰ আগলৈকে কলিকতা বিশ্ববিদ্যালয়ৰ চিনেটৰ সদস্য আছিল। এসময়ত তেওঁ ঢাকা বিশ্ব-বিদ্যালয়ৰ 'কৰ্টৰ' সদস্যও আছিল।

যোৰহাট কলেজত আই-এ শ্ৰেণীৰ ছাত্ৰসকলৰ কাৰণে ফ্ৰেন্স ভাষাৰ শ্ৰেণী এটা খোলে শ্ৰীসন্দিকৈ ডাঙৰীয়াই—১৯৩১ চনত। এই শ্ৰেণীত দুজন ছাত্ৰ আছিল—মাখনপ্ৰসাদ দুৱৰা আৰু পৰমা বৰগোহাঁই। শ্ৰীমাখনপ্ৰসাদ দুৱৰাৰ পৰা আমি জনামতে শ্ৰীসন্দিকৈয়ে অতি আগ্ৰহেৰে যিমান সময় পঢ়াব লাগে তাতোকৈ বেছি সময় এই 'ফ্ৰেন্স ক্লাচত' পঢ়াইছিল। ইয়াৰ উপৰিও তেখেতে এই কলেজৰ বি-এ শ্ৰেণীত বুৰঞ্জী বিষয়ত 'ফৰাচী বিদ্ৰোহ' আৰু আই-এ, বি-এ দুয়ো শ্ৰেণীতে মাজে মাজে ইংৰাজী পঢ়াইছিল।

যোৰহাট কলেজ স্থাপন কৰোঁতে যিসকল অধ্যাপকে কাম কৰিছিল আজিৰ দিনত ( ১৯৭৫ চনত ) সেই সকলৰ ভিতৰত শ্ৰীসন্দিকৈ আৰু শ্ৰীযজ্ঞেশ্বৰ শৰ্মাহে আছেগৈ। শ্ৰীযজ্ঞেশ্বৰ শৰ্মা বৰ মেধাৱী ছাত্ৰ আছিল যদিও বৰ দৰিদ্ৰ আছিল। যোত্ৰ নোহোৱা কাৰণে তেওঁ এম-এ পঢ়োতে খনদিয়েক পুথি সন্দিকৈয়ে বিলাতৰ পৰা অনাই দিছিল। পঢ়া-শুনা বিষয়ত তেওঁৰ লগত সন্দিকৈদেৱৰ যথেষ্ট সম্বন্ধ আছিল। কলেজ খোলাৰ প্ৰথম কেইবছৰ তেওঁ সদায় আবেলি সন্দিকৈৰ ওচৰলৈ আহিছিল আৰু দুয়ো একেলগে ফুৰিবলৈ গৈছিল।

ফুৰিবলৈ যাওঁতেই তেতিয়া দুয়ো ইংৰাজী সাহিত্য সম্বন্ধে আলোচনা কৰিছিল। সন্দিকৈ ডাঙৰীয়াই শ্ৰীশৰ্মাই কবিতা লেখে বুলি জনা নাছিল। এতিয়া অলপতে প্ৰকাশ পোৱা 'লেফাফা' পঢ়ি বৰ ভাল পাইছে আৰু শ্ৰীশৰ্মাই লিখা সাহিত্য-সমালোচনা বিষয়ক কিতাপখন প্ৰাঞ্জল আৰু শিক্ষাপ্ৰদ বুলি প্ৰশংসা কৰিছে। সন্দিকৈ ডাঙৰীয়াই আৰু এটা কথা কয়—শ্ৰীশৰ্মাই কটন কলেজৰ পৰা আই-এ পাছ কৰোঁতে সেইবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত সংস্কৃতত সকলোতকৈ বেছি নম্বৰ পোৱা বাবে সেই বিশ্ববিদ্যালয়ৰ পৰা এটা পুৰস্কাৰ পাইছিল; তেখেতৰ যিমান দূৰ মনত আছে Pachete Prize। তেতিয়া অৱশ্যে সন্দিকৈ ইউৰোপত আছিল।

———

## ১২

# নৈষধ চৰিত

সাহিত্য-সাধনা সম্বন্ধে পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ প্ৰথম উদ্দেশ্য আছিল ইউৰোপীয় সাহিত্য সম্পৰ্কে বিতং আলোচনা অসমীয়া ভাষাত কৰা। কিন্তু সেই সময়ত অসমীয়া লিখি নাম কৰিবলৈ যোৱাটো বৰ আচৰিত কথা আছিল। গতিকে তেওঁক অনেকে সংস্কৃত সাহিত্যত মৌলিক গৱেষণা কৰিবলৈ ক'লে, কাৰণ অসমৰ বাহিৰত অনেক সংস্কৃতজ্ঞ লোক আছে। গতিকে তেওঁ শ্ৰীহৰ্ষৰ সংস্কৃত মহাকাব্য 'নৈষধ চৰিত'ৰ ওপৰতে প্ৰথমে গৱেষণা আৰম্ভ কৰে। এই মহাকাব্য-খন প্ৰখ্যাত 'নল-দময়ন্তী'ৰ কাহিনীৰ ভিত্তিত ৰচিত।

'নৈষধ চৰিত' লেখে—১৯২৭ চনৰ পৰা ১৯৩৪ চনৰ ভিতৰত। প্ৰায় সাত বছৰকাল এই মহাকাব্যৰ ওপৰতে গৱেষণা চলায়।

প্ৰথম প্ৰকাশ হয়—১৯৩৪।

২য় তাঙৰণ ছপা হয়—১৯৫৬।

৩য় তাঙৰণ ছপা হয়—১৯৬৬।

এই নৈষধ চৰিত তেওঁ কিয় টীকা-টিপ্পনী সহ সমালোচনা কৰিবলৈ লয় বুলি সোধাত তেখেতে কয় যে, "নৈষধ চৰিত সংস্কৃত মহাকাব্য-সমূহৰ ভিতৰত আটাইতকৈ কঠিন বুলি জনাজাত। পণ্ডিতসকলৰ মাজত এষাৰ সংস্কৃত বচন প্ৰচলিত আছে 'নৈষধ বিদ্বানসকলৰ ঔষধ'। এই কাৰণেই মই এই মহাকাব্যখনৰ ইংৰাজী অনুবাদ আৰু বিশেষকৈ তাৰ ব্যাখ্যা কৰাটো আৱশ্যক বুলি ভাবিছিলো আৰু এই কাম সমাধা কৰিবৰ কাৰণে নৈষধ চৰিতৰ অপ্ৰকাশিত বহুত পুৰণি টীকা সংগ্ৰহ কৰি তাৰ পৰা অনেক আৱশ্যকীয় টোকা মূল সংস্কৃতত অনুবাদৰ ওপৰঞ্চি হিচাবে কিতাপত সন্নিবিষ্ট কৰি দিছিলো। এই টীকাবোৰ মোক সংগ্ৰহ কৰি দিছিল পুণাৰ ভাণ্ডাৰকাৰ ইন্সটিটিউটৰ কিউৰেটৰ ডঃ পৰশুৰাম কৃষ্ণ গোড়ে ডাঙৰীয়াই। তেওঁ এই টীকাবিলাক সংগ্ৰহ কৰি নিদিয়া হ'লে

যোৰহাটত বহি এই কামটো কৰা মোৰ পক্ষে সম্পূৰ্ণ অসম্ভৱ হ'ল-হেঁতেন। কেৱল এই নৈষধ চৰিতেই নহয় যশশ্চন্দ্ৰলেখা লেখোতেও ডঃ গোড়েই বহুত পুৰণি পুথি সংগ্ৰহ কৰি দিছিল।"

সন্দিকৈ ডাঙৰীয়াৰ নৈষধ চৰিত অনুবাদ প্ৰকাশ হোৱাৰ পিচতে বোষ্টনৰ Museum of Fine Arts অৰ Curator (পৰিচালক) ডঃ আনন্দকুমাৰ স্বামীয়ে, (এওঁ আছিল ভাৰতীয় শাখাৰ পৰিচালক) সন্দিকৈক জনাই যে Catalogue of Rajput Paintings in the Museum of Fine Arts, Boston নামৰ গ্ৰন্থত তেওঁ নল-দময়ন্তী উপাখ্যানৰ পুৰণি চিত্ৰবিলাক মহাভাৰতৰ পৰা লোৱা হৈছে বুলি মত প্ৰকাশ কৰিছিল। কিন্তু নৈষধ চৰিতৰ ইংৰাজী অনুবাদ ছপা হোৱাৰ পাচত বহুতো চিত্ৰ যে সেই মহাকাব্যখনৰ পৰাহে ধাৰণা কৰি অঁকা হৈছিল সেইটো স্পষ্টকৈ বুজা গৈছে। ডঃ কুমাৰ স্বামীয়ে বথাটো জনোৱাৰ লগে লগে পূৰ্বোক্ত বহুমূলীয়া কেটেলগখন সন্দিকৈ ডাঙৰীয়ালৈ উপহাৰস্বৰূপে পঠাই দিছিল। তাত মূল চিত্ৰবিলাকৰ সুন্দৰ প্ৰতিলিপি আছিল। এই কেটেলগৰ ওপৰতে ভিত্তি কৰি সন্দিকৈয়ে 'নৈষধ চৰিত আৰু ৰাজপুত চিত্ৰকলা' বুলি এটা ইংৰাজী প্ৰবন্ধ ১৯৩৬ চনত Indian Historical Quarterly নামৰ গৱেষণা আলোচনীত লিখিছিল। ডঃ কুমাৰ স্বামী সুকুমাৰ কলাৰ ক্ষেত্ৰত জগদ্বিখ্যাত পণ্ডিত আছিল। নৈষধ চৰিতৰ অনুবাদ ওলোৱাৰ কেইমাহমানৰ ভিতৰতে তেওঁৰ নিচিনা পণ্ডিত এজনে আমেৰিকাত তাক তন্ন তন্নকৈ অধ্যয়ন কৰিছিল। ইয়াৰ পৰা দেশ-বিদেশৰ পণ্ডিত সমাজত গ্ৰন্থখনৰ কেনেকুৱা প্ৰতিপত্তি হৈছিল তাৰ আভাস পোৱা যায়। "তদুপৰি নৈষধ চৰিতত থকা দাৰ্শনিক আৰু অন্যান্য সমুল্লেখ (allusions) বিলাক সংস্কৃত সাহিত্য চালি-জাৰি আলোচনা কৰোতে বহুত সময় আৰু পৰিশ্ৰমৰ আৱশ্যক হৈছিল। সাধাৰণ অনুবাদ এটাৰ পৰা জ্ঞান-প্ৰগতিৰ বিশেষ লাভ নহ'লহেঁতেন।" এইয়া সন্দিকৈ ডাঙৰীয়াৰ নিজৰ ধাৰণা।

'নৈষধ চৰিত'ৰ সম্বন্ধে দেশ-বিদেশৰ পণ্ডিতসকলৰ দুটামান মতামত দিয়া হ'ল :—

"কাব্যখন সহজ নহয়—যথেষ্ট কঠিন আৰু অনুবাদটোৰ স্পষ্ট মূল্য আছে। আগতে প্ৰকাশ নোহোৱা টীকা-ভাষ্যৰ সংযোজনাৰ কাৰণে গোটেই গ্ৰন্থখনি বৰ মূল্যবান হৈছে আৰু পৰিশিষ্টৰ দাৰ্শনিক প্ৰসঙ্গ-সমূহে যথেষ্ট আৱশ্যকীয় সঁজুলি দাঙি ধৰিছে আৰু ইয়াৰ দ্বাৰা অনুবাদকৰ ভাৰতীয় দাৰ্শনিক চিন্তাৰ লগত ঘনিষ্ঠ পৰিচয় থকা সম্বন্ধে জনা যায়। ইয়াৰ বিশেষ মূল্য হৈছে—অতি আৱশ্যকীয় শব্দকোষটোত আৰু সেয়ে সংস্কৃত অভিধানৰ কাৰণে অতি মূল্যবান সম্পদ হ'ব। মই আনন্দেৰে আগ্ৰহ প্ৰকাশ কৰিছো যেন এই গৰাকী অনুবাদকে সংস্কৃত কাব্য-সাহিত্য সম্বন্ধে আন এখন গ্ৰন্থ হাতত ল'ব আৰু এই কামৰ কাৰণে তেখেতেই জল্ জল্ পট্পটকৈ অতি যোগ্য ব্যক্তি।"

অধ্যাপক এ-বি কিথ

এডিনবাৰ্গ।

"এই কঠিন মহাকাব্যখনৰ অনুবাদ পঢ়ুৱৈসকলৰ কাৰণে বৰ ডাঙৰ সহায়ক হ'ল। সমালোচনামূলক টোকা আৰু আগতে প্ৰকাশ নোহোৱা টীকা-ভাষ্যসমূহৰ দ্বাৰা মূল পাঠ উদ্ধাৰ আৰু ব্যাখ্যাৰ কাৰণে বৰ আৱশ্যকীয় হৈ পৰিছে। ইয়াৰ লগত দিয়া শব্দকোষটো সংস্কৃত অভিধানৰ কাৰণে এক বিশেষ সম্পদ।"

অধ্যাপক এম উইণ্টাৰনিজ,

প্ৰাগ।

"এই গ্ৰন্থখনৰ প্ৰত্যেক অংশতে পাণ্ডিত্য আৰু গভীৰ গৱেষণাৰ নিদৰ্শন বিদ্যমান।"

জি-এন কবিৰাজ

অধ্যক্ষ, চৰকাৰী সংস্কৃত কলেজ

বেনাৰস।

"মই জনাবলৈ পাই সুখী হৈছো যে আপোনাৰ ইংৰাজী অনুবাদ অতি নিৰ্ভুল, বিশ্বস্ত আৰু মৌলিক। আপোনাৰ টোকাসমূহ অতি প্ৰচুৰ, পাণ্ডিত্যপূৰ্ণ আৰু সমালোচনামূলক। নৈষধ চৰিত হ'ল এখন শাস্ত্ৰ-কাব্য আৰু ইয়াত শ শ শাস্ত্ৰীয় প্ৰসঙ্গ আছে আৰু ইয়াৰ

পাণ্ডিত্যপূৰ্ণ আলোচনাৰ কাৰণে লাগে পণ্ডিতসুলভ সাহ আৰু ধৈৰ্য্য আৰু সেই কাৰণেই আপুনি সকলোৰে গ্ৰহণযোগ্য কৰি ইংৰাজী অনুবাদ কৰিব পাৰিছে—এই শাস্ত্ৰ-কাব্যখন। দয়া কৰি মোক আপুনি ক'বলৈ অনুমতি দিয়ক যে এনে এখন কঠিন মহাকাব্য আপুনি কৃতকাৰ্য্যতাৰে সৈতে সমাপন কৰিব পাৰিছে আৰু অতি চমকপ্ৰদভাৱে এই কাৰ্য্যত সফল হৈছে।"

মহামহোপাধ্যায় এচ কুপ্পুস্বামী শাস্ত্ৰী
এম-এ. আই-ই-এচ।

"ইয়াৰ পাতনিখন অতি পাণ্ডিত্যপূৰ্ণ আৰু জ্ঞানপূৰ্ণ। অনুবাদ অতি নিৰ্ভুল আৰু মূলৰ অৰ্থ অতি সহজে প্ৰকট কৰিছে। মূল গ্ৰন্থৰ দুৰ্বোধ্যতালৈ চাই মই ক'ব লাগিব ই প্ৰকৃততে এটা ডাঙৰ কাম হৈছে যাৰ কাৰণে যি কোনোৱে গৌৰৱ অনুভৱ কৰিব পাৰে।"

ডঃ চি কে ৰাজা
সংস্কৃত বিভাগৰ অধ্যক্ষ
মাদ্ৰাজ বিশ্ববিদ্যালয়।

"শ্ৰীহৰ্ষৰ এনে এখন কঠিন আৰু দুৰ্বোধ্য মহাকাব্যৰ ইংৰাজী ভাঙনি প্ৰকাশ কৰি, পাণ্ডিত্যপূৰ্ণ টোকা-ভাষ্যৰে ব্যাখ্যা কৰি সকলো সংস্কৃত পণ্ডিতকে আপুনি ঋণী কৰিলে।"

ড. ভি শুকঠঙ্কৰ
মহাভাৰতৰ প্ৰধান সম্পাদক।

নৈষধ চৰিতৰ অনুবাদ ওলোৱাৰ পিচত এই বিষয়ে আলোচনা কৰিবলৈ পণ্ডিতসকলে সুবিধা পাইছে। বৰোডা বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ 'চিনিয়ৰ লেক্‌চাৰাৰ' ( বৰ্ত্তমান প্ৰফেচাৰ ) ডঃ এ-এন জনিয়ে। A critical study of Sri Harsha's Naishadhiya Charitam বুলি এটা নিৱন্ধ লিখি বম্বে বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ( Ph. D ) উপাধি পাইছে আৰু বৰোডা বিশ্ববিদ্যালয়ে ১৯৫৭ চনত সেই নিৱন্ধটো গ্ৰন্থ আকাৰে উলিয়াইছে—তাৰ পাতনিত ডঃ জনিয়ে লিখিছে—"The Naishadhiya Charitam is the most

difficult of all the Mahakavyas in Sanskrit literature & as such it is generally neglected in modern times. There is only one scholarly translation of the poem into English by prof. Handiqui who made the poem intelligible not only to Indian Students but also to the Western world for which the poem would otherwise have become a hard nut to crack." অসমীয়াত এনে হয় :—

"নৈষধ চৰিত সংস্কৃত সাহিত্যৰ মহাকাব্য সমূহৰ ভিতৰত আটাইতকৈ কঠিন আৰু সেয়েহে আধুনিক কালত এই কাব্যখনক অৱহেলা কৰা হয়। এই মহাকাব্যখনৰ একমাত্র পাণ্ডিত্যপূর্ণ ইংৰাজী অনুবাদ কৰিছে অধ্যাপক সন্দিকৈয়ে। তেৱেঁই এই মহাকাব্যখন কেৱল যে ভাৰতীয়ৰ কাৰণে বোধগম্য কৰিলে এনে নহয়, পাশ্চাত্য জগতৰ কাৰণেও তাক বোধগম্য কৰি দিলে। নহ'লে ইয়াৰ অর্থ হৃদয়ঙ্গম কৰাটো সুকঠিন হ'লহেঁতেন।"

১৯৬৬ চনত বৰ্দ্ধমান বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক শ্রীপ্রতাপ বন্দ্যোপাধ্যায়ে Observations on Similies in the Naisadha Charita নামৰ এখন কিতাপ প্ৰকাশ কৰিছে। তাৰ পাতনিত তেওঁ সন্দিকৈ ডাঙৰীয়াৰ নৈষধ চৰিতৰ উল্লেখ এইদৰে কৰিছে —"Prof. Krishna Kanta Handiqui, M.A.(cal et oxon.) Ex-Vice-chancellor, Gauhati University, has kindly permitted me, to use his valuable book 'Naisadha Charita of Sriharsa'. The English translations of the verses cited in my work have been taken from that book except in a few cases where I have done it myself. I gladly acknowledge my indebtedness to him."

ইয়াৰ কেইবছৰমানৰ আগতে আমেৰিকাৰ কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ



কৃষ্ণকান্ত সন্দিকৈৰ পৰিবাৰ ৺হেমলতা আতৈদেও



হেমলতা সন্দিক মেমোরিয়েল স্কুল

Semitic and Oriental Studies নামৰ গৱেষণা আলোচনীত (University of California Publications in Semitic Philology, volume XI, 1951) অধ্যাপক এমেন্নুয়ে (M. B Emeneau) notes on Sriharsa's Naisadbacarita বুলি এটা প্রবন্ধ প্রকাশ কৰিছিল। তাৰ প্রথম পিঠিৰ টোকাত লেখকে এইদৰে মন্তব্য দিছে—"In this paper my indebteoness to Handiqui's work will be seen at every point; I cannot claim to have read the Sanskrit work Completely. My translations lean heavily on Handiqui, but I have, I think, bettered the interpretation in a number of places, usually following Narayana's Commentary closely." এই প্রবন্ধটো আমেৰিকান অধ্যাপকজনে সন্দিকৈ ডাঙৰীয়ালৈ 'অভিনন্দন আৰু কৃতজ্ঞতাৰে' ('With the Compliments and gratitude of M. B. Emaneau') উপহাৰস্বৰূপে পঠাই দিছিল। পণ্ডিত-সকলে নৈষধচৰিতৰ প্রসঙ্গত প্রায়ে সন্দিকৈ ডাঙৰীয়াৰ প্রতি কৃতজ্ঞতা প্রকাশ কৰাৰ কাৰণ এয়ে যে এই মহাকাব্যখন অতি কঠিন আৰু তাক তেখেতৰ অনুবাদ আৰু ব্যাখ্যাৰ সহায়েৰে তেওঁবিলাকে পঢ়িব পাৰিছে। সন্দিকৈ ডাঙৰীয়াৰ নিজৰ ভাষাতে ক'বলৈ গ'লে প্রকৃত গৱেষণাৰ মূল্য এয়ে যে সি নতুন গৱেষণাৰ পথত সহায় কৰে।

নৈষধ চৰিত লিখাৰ পিচত সন্দিকৈ ডাঙৰীয়াই সংস্কৃত মহাকাব্য-বিলাকৰ এখন বিস্তৃত বুৰঞ্জী লিখিবলৈ মন কৰিছিল আৰু গুৱাহাটী বিশ্ববিদ্যালয়লৈ যোৱাৰ সময়তে যশস্তিলক লিখাৰ উপৰিও এই প্রস্তাবিত গ্রন্থৰ দুটা অধ্যায় লিখি অন্ত কৰিছিল আৰু ভাৰবী আৰু মাঘ কাব্যৰ ভালেমান শ্লোক এই গ্রন্থত দিবৰ বাবে ইংৰাজীলৈ অনুবাদ কৰিছিল। কিন্তু বিশ্ববিদ্যালয়লৈ যোৱাৰ পিচত এই কামত আৰু আগবাঢ়িব নোৱাৰিলে। এই কাৰণেই গুৱাহাটী বিশ্ববিদ্যালয়ত থকা সময়খিনি 'শূন্য' বুলি সন্দিকৈয়ে মাজে-সময়ে কৈ থাকে। বিশ্ববিদ্যালয়ৰ পৰা ঘূৰি অহাৰ পিচত 'সেতুবন্ধ'ৰ কামত আৰম্ভ হোৱাৰ কাৰণে এই কামত আৰু তেওঁ হাত দিব নোৱাৰিলে।

---

১৩

# সন্দিকৈৰ দান-বৰঙণি

দানবীৰ ৰাধাকান্ত সন্দিকৈৰ দানী পুত্ৰৰূপে কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া তেখেতৰ প্ৰকৃত উত্তৰাধিকাৰী। অসমৰ সাংস্কৃতিক জীৱনৰ প্ৰসাৰৰ কাৰণে দানবীৰৰ দানে অসমত ৰাজ্যজোৰা কৃতিত্ব ৰাখি গৈছে। আকৌ এই দানবীৰৰ জ্যেষ্ঠ পুত্ৰ গৰাকীয়ে যিবিলাক অনুষ্ঠান আৰু ব্যক্তিলৈ আৰ্থিক অনুদান আগবঢ়াইছে তাৰ দ্বাৰা অসমৰ সাংস্কৃতিক জীৱনত অসমে এটা বিশেষ পদক্ষেপ আগবঢ়োৱাত সহায় কৰিছে। এই বিদ্যোৎসাহী আৰু সংস্কৃতিপ্ৰিয় ব্যক্তিজনাৰ দান-বৰঙণিৰ তালিকা এখন তলত দিয়া হ'ল—

(১) হেমলতা সন্দিকৈ স্কুল স্থাপনৰ বিষয়ে 'কৃষ্ণকান্ত সন্দিকৈদেৱৰ শুভ-পৰিণয়' অধ্যায়ত কৈ অহা হৈছে। এই স্কুলৰ কাৰণে শ্ৰীসন্দিকৈয়ে নগদ আঢ়ৈলাখ টকা দান কৰিছে। ইয়াৰ বাহিৰেও ১৯৭৪ চনত সন্দিকৈ ডাঙৰীয়াই এপেক্স বেঙ্ক আৰু 'অসমৰ চাহ খেতিয়কসকলৰ সমবায় সমিতি'ত থকা তেওঁৰ প্ৰায় ষাঠি হেজাৰ টকাৰ মূল্যৰ অংশ-বিলাক দানপত্ৰ কৰি স্কুলৰ নামত দিছে। তাৰ পৰা স্কুলে বছৰে প্ৰায় তিনি হেজাৰ টকা 'ডিভিডেণ্ট' পাই থাকিব। এই বিলাকৰ উপৰিও তেওঁ স্কুলৰ কাৰণে এটা ন্যাসপুঁজি স্থাপন কৰাৰ কথা ভাবিছে।

(২) যোৰহাট জগন্নাথ বৰুৱা কলেজৰ বিজ্ঞান বিভাগলৈ দান দিছে—এঘাৰ হেজাৰ টকা।

(৩) গুৱাহাটী সন্দিকৈ ছোৱালী কলেজৰ বিজ্ঞান ভৱনৰ কাৰণে দান দিছে—দহ হেজাৰ টকা।

(৪) 'চন্দ্ৰকান্ত অভিধান'ৰ ২য় সংস্কৰণৰ কাৰণে গুৱাহাটী বিশ্ব-বিদ্যালয়ক দান দিছিল—সাতত্ৰিশ হেজাৰ টকা।

(৫) 'চন্দ্ৰকান্ত অভিধান'ৰ ৩য় সংস্কৰণৰ ( Revision ) কাৰণে দান আগবঢ়াইছে—ছ হেজাৰ টকা।

(৬) যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ উন্নয়নৰ কাৰণে দান দিলে—চৈধ্য হেজাৰ টকা।

(৭) ১৯৭৪-৭৫ চনত অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত ট্ৰাষ্ট বোৰ্ডৰ হাতত ন হেজাৰ পাঁচ শ টকা দিছে। তাৰে পাঁচ হেজাৰ এটা স্থায়-পুঁজিত ৰাখি তাৰ বছেৰেকীয়া সুদেৰে অসম সাহিত্য সভাৰ ঘাই কাৰ্য্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ অগ্নিবীমাৰ কাৰণে আৱশ্যকীয় প্ৰিমিয়াম দি থাকিব পাৰিব। দুই হেজাৰ পাঁচ শ টকা আন এটা স্থায়পুঁজিত ৰাখি তাৰ সুদেৰে যোৰহাট সাহিত্য সভাই ২৬ জানুৱাৰীৰ দিনা ৰাধাকান্ত সন্দিকৈ দিবস পালন কৰিব। বাকী দুহেজাৰ টকা চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ উন্নয়নত খৰচ হ'ব।

(৮) চীনা আক্ৰমণৰ সময়ত ভাৰত চৰকাৰৰ ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা পুঁজিলৈ আগবঢ়ায়—আঠ হেজাৰ টকা।

(৯) ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ জীৱনী ছপাবৰ কাৰণে অসম সাহিত্য সভাক দিয়ে—চাৰি হেজাৰ টকা।

(১০) ৰামায়ণৰ ( ১ম খণ্ড ) অনুবাদৰ কাৰণে অসম সাহিত্য সভাৰ যোগেদি কবিচন্দ্ৰ মহন্তক দিয়ে—দুহেজাৰ টকা।

(১১) কবি শ্ৰীমতী নলিনীবালা দেৱীৰ 'অলকানন্দা' ছপোৱাৰ কাৰণে অসম সাহিত্য সভাক দিয়ে—তিন হেজাৰ পাঁচ শ টকা।

(১২) আব্দুছ ছাত্তাৰক 'প্ৰসঙ্গ-কোষ'ৰ পৰিবৰ্তিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ ছপাবৰ কাৰণে দিয়ে—এহেজাৰ টকা।

চন্দ্ৰকান্ত অভিধানৰ পৰিবৰ্তিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণৰ কাম আৰম্ভ হয় ১৯৫৪ চনত। এই সংশোধনীৰ কাৰণে প্ৰথমে চিন্তা কৰে স্বৰ্গগত দেবেশ্বৰ শৰ্মা ডাঙৰীয়াই। এই প্ৰসঙ্গত শ্ৰীসন্দিকৈয়ে কয় যে পৰিবৰ্দ্ধনৰ সম্বন্ধে ৺শৰ্মাৰ মুৰতহে প্ৰথমে খেলাইছিল। তেওঁৰ অনুৰোধক্ৰমেহে সন্দিকৈয়ে সহায় কৰিবলৈ গাত লয়। এই পৰিবৰ্দ্ধনৰ সংক্ৰান্তত সন্দিকৈয়ে আমাক কয় যে—"এবাৰ এই প্ৰসঙ্গত স্বৰ্গীয় তীৰ্থনাথ গোস্বামীদেৱৰ লগত দেখা হৈছিল। তেখেতৰ মুখে শুনিছিলো যে অসমীয়া ভাষাত প্ৰচলিত ইমান শব্দ আছে যে সেই আটাইবিলাক শব্দ সংগ্ৰহ কৰিবলৈ

বহুত যত্ন আৰু সময়ৰ দৰকাৰ হ'ব। উদাহৰণস্বৰূপে গোস্বামীদেৱে কৈছিল ব্ৰহ্মপুত্ৰৰ ঢৌৰ সাতটা নাম আছে। দুৰ্ভাগ্যবশতঃ মই টুকি ৰাখিবলৈ নহ'ল। কেৱল এটা নাম মনত থাকিল—'লাওপতীয়া'।" সন্দিকৈয়ে জনাত গ্ৰীক ভাষাত বেলেগ বেলেগ ধৰণৰ ঢৌৰ গোটাদিয়েক নাম আছে। 'ডেকাকুমিয়া' 'ত্ৰিকুমিয়া' আদি ঢৌৰ নাম। এই প্ৰসঙ্গতে তেওঁ কয় যে অৰ্দ্ধ মাগধী প্ৰাকৃততো 'নাও' আৰু 'জাল'ৰ এনেকুৱা বহুত লৌকিক নাম পোৱা যায়।

ইয়াৰ পৰাই বুজা যায় যে পুৰণি লোকসকলৰ অসমীয়া ভাষাৰ জ্ঞান ব্যৱহাৰত নথটুৱালে সম্পূৰ্ণ অসমীয়া অভিধান এখন ৰচনা কৰা অসম্ভৱ।

সন্দিকৈ ডাঙৰীয়াক এটা প্ৰশ্ন সোধা হৈছিল—"প্ৰকাশ হোৱা কিতাপ-পত্ৰৰ পৰা আপোনাৰ কিবা আৰ্থিক লাভালাভ হৈছে নে?" তাৰ উত্তৰত কৈছিল "বিশেষ একো হোৱা নাই। কিয়নো, নৈষধ চৰিতৰ প্ৰথম সংস্কৰণটোহে ব্যৱসায়ী প্ৰকাশকক দিয়া হৈছিল। তাৰ পিচৰ সংস্কৰণ দুটা আৰু অন্যান্য গ্ৰন্থ খনদিয়েক গৱেষণা অনুষ্ঠানে প্ৰকাশ কৰিছে আৰু সেইবোৰৰ পৰা যি টকা আহে সেয়া সেই সেই গৱেষণা কেন্দ্ৰতে দানস্বৰূপে জমা হয়।"

"এনেকৈ কৰাৰ কাৰণ কি?" বুলি আকৌ এটা প্ৰশ্ন কৰিছিলো।

"নৈষধ চৰিতৰ প্ৰথম সংস্কৰণ লাহোৰৰ প্ৰসিদ্ধ ব্যৱসায়ী মতিলাল বেনাৰসী দাসে প্ৰকাশ কৰিছিল। কিন্তু তেওঁলোকে বাস্তৱতে কিমান কিতাপ ছপাইছিল এই সম্বন্ধে মোৰ সন্দেহ থাকি গ'ল। কাৰণ, নৈষধ চৰিত ওলোৱাৰে পৰা ভাৰত আৰু বাহিৰতো সেই গ্ৰন্থখনৰ প্ৰচলন হৈছিল। ১৯৪৯ চনত অন্ধ্ৰপ্ৰদেশৰ কোকনাদৰ পিঠাপুৰ ৰাজ কলেজৰ অধ্যাপক বীৰ ৰাঘবাচাৰ্য্যই সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনত যোগ দিবলৈ যাওঁতে বম্বেৰ পৰা মোক জনাই যে তেওঁ এটা কথা শুনি বৰ দুখ পালে কিয়নো ১৯৪৭ চনত লাহোৰত হোৱা সাম্প্ৰদায়িক হাঙ্গামাত নৈষধ চৰিতৰ বহুত কিতাপ জুইত পুৰি ভস্ম কৰে। তেতিয়াৰ পৰা কিতাপখন বহুত দিন অমুদ্ৰিত হৈ আছিল আৰু কেউফালৰ পৰা প্ৰকাশ কৰিব লাগে বুলি মোলৈ অনুৰোধ আহিছিল। তেতিয়া ডঃ সূৰ্য্যকুমাৰ

ভূঞা ৰাজ্যসভাৰ সদস্য আছিল। তেওঁকো ভেটিয়া দিল্লীত বহুতে মোক অনুৰোধ কৰিবৰ কাৰণে দঢ়াই কৈছিল। ইতিমধ্যে পুণাৰ ডেক্কান কলেজে এটা অতি বিস্তৃত সংস্কৃত অভিধান সংকলন কৰাৰ ভাৰ লয়। ভাৰত চৰকাৰ আৰু আন আন অনুষ্ঠানৰ সহায়ত তাৰ কাম এতিয়াও চলি আছে। এই অভিধান সংকলনৰ দায়িত্ব দিয়া সম্পাদক-সকলৰ ভিতৰত মোকো যোগ দিবলৈ অনুৰোধ কৰিছিল; কিন্তু পুণালৈ মাজে মাজে গৈ সম্পাদক মণ্ডলীৰ লগত যোগ দিবলৈ অসুবিধা কাৰণে এই অনুৰোধ মই ৰক্ষা কৰিব নোৱাৰিলো। তাৰ পৰিবৰ্তে ভৱিষ্যতে নৈষধ চৰিত প্ৰকাশৰ ভাৰ ল'বলৈ মই অনুৰোধ কৰাত তেওঁলোকে আগ্ৰহেৰে সেই ভাৰ গ্ৰহণ কৰিলে। "সন্দিকৈয়ে এইবুলি গোটেই কথাখিনি কোৱাত মই আচৰিত হৈ সুধিলো, "আপুনি তেন্তে কিতাপ প্ৰকাশৰ স্বত্বও ডেক্কান কলেজকে দিলে?"

"হয়, মই কিতাপ প্ৰকাশৰ স্বত্বও দিলো।" এইবুলি গহীনাই সন্দিকৈয়ে উত্তৰ দিলে।*

সম্প্ৰতি ছপা হৈ থকা 'সেতুবন্ধ' নামৰ প্ৰাকৃত মহাকাব্যখনৰ অনুবাদৰো সকলো স্বত্ব প্ৰাকৃত টেক্সট্ চচাইটিক ইতিমধ্যে সন্দিকৈয়ে দান কৰিছে। 'যশস্তিলক আৰু ভাৰতীয় কৃষ্টি' নামৰ গৱেষণা গ্ৰন্থখনৰো সকলো স্বত্ব জৈন সংস্কৃতি সংৰক্ষক সঙ্ঘ নামৰ প্ৰকাশন পৰিষদক দিছে। গতিকে সন্দিকৈ ডাঙৰীয়াই কেৱল শিক্ষানুষ্ঠান গঢ়াত, অভিধান ছপোৱাত, গ্ৰন্থ প্ৰকাশ কৰাত, ভৱন নিৰ্মাণ আৰু মেৰামতিৰ কাৰণেই যে আৰ্থিক অনুদান আগবঢ়াইছে এনে নহয়। জীৱনজোৰা সাধনাৰে অশেষ কষ্ট স্বীকাৰ কৰি গৱেষণাৰে নানা তথ্যপাতি উদ্‌ঘাটন কৰি ৰচনা কৰা অতি মূল্যবান গ্ৰন্থ তিনিখন দান দিয়াটো অতিকৈ আচৰিত মহানুভৱতাৰ পৰিচায়ক। জীৱনজুৰি সংগ্ৰহ কৰা নিজৰ পুথি ভঁৰালৰ সমুদায় গ্ৰন্থ দান দিয়াটোৱেই ডাঙৰ মহানুভৱতা. কিন্তু মই ভাবোঁ এই গ্ৰন্থ তিনিখনৰ স্বত্ব দানেই হ'ল সন্দিকৈৰ শ্ৰেষ্ঠ আৰু অভিনৱ দান।

---

* ডেক্কান কলেজ সম্পৰ্কে পিচত এটা সুকীয়া অধ্যায়েই দিয়া হৈছে।

এনে ধৰণৰ দানে এইজনা চিন্তাশীল পুৰুষৰ সাংসাৰিক লাভ-লোকচানৰ প্ৰতি থকা নিৰ্লিপ্ততাকে বুজায়।

অলপতে জানিব পৰা গৈছে যে 'প্ৰাকৃত টেক্সট্ চচাইটিয়ে' মূল প্ৰাকৃত 'সেতুবন্ধ'খন সুকীয়াকৈ ছপাই উলিয়াব খুজিছে। তাৰ কাৰণে শ্ৰীসন্দিকৈ ডাঙৰীয়াক কাব্যখন সংশোধন কৰি দিবলৈ অনুৰোধ কৰিছে। সেই অনুৰোধ ৰক্ষা কৰিবৰ কাৰণে সন্দিকৈ ডাঙৰীয়াই বৰ্ত্তমান সেই কাৰ্য্যতো মনোনিবেশ কৰিবলৈ লৈছে।

নিজৰ কামবিলাকৰ বিষয়ে সন্দিকৈ ডাঙৰীয়াৰ নিজৰ মত কিন্তু ওপৰত আমি উল্লেখ কৰাৰ পৰা বিভিন্ন। তেওঁ ভাবে যে তেওঁৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কাম হৈছে পূৰ্ব্বোক্ত স্কুলখনৰ স্থাপন। এই প্ৰসঙ্গত মই তেওঁ লিখা কিতাপকেইখনৰ উল্লেখ কৰাত কয় "তাতকৈ পাণ্ডিত্যপূৰ্ণ কিতাপ আছে আৰু ওলাব। কিন্তু প্ৰতি বছৰত গোটাদিয়েক লৰা-ছোৱালী মোৰ অনুমোদিত প্ৰণালীৰে শিক্ষিত হৈ স্কুল এৰিব তাতকৈ মোৰ কাৰণে আনন্দৰ বথা একো হ'ব নোৱাৰে। শিক্ষাদান মহাদান।"

---

## ১৪

# যশস্তিলক

কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ জীৱনৰ দ্বিতীয় কীৰ্ত্তিস্তম্ভ হ'ল— 'Yasastilaka and Indian culture (যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি) নামৰ গৱেষণাপূৰ্ণ সমালোচনামূলক গ্ৰন্থখন। মূল পুথিখন ৰচনা কৰে সোমদেৱে দশম শতিকাত। ইয়াৰ মূল বিষয়-বস্তু হৈছে জৈনধৰ্ম, ভাৰতীয় চিন্তা আৰু সমসাময়িক ভাৰতীয় সংস্কৃতি। এই গ্ৰন্থখন জীৱৰাজ জৈন গ্ৰন্থমালাৰ দ্বিতীয় গ্ৰন্থৰূপে ১৯৪৯ চনত প্ৰথম প্ৰকাশ হয়। এই বিৰাট গ্ৰন্থখন সম্পাদনা কৰে দুজন নামজ্বলা পণ্ডিতে—ডঃ এ-এন উপাধ্যে ডি-লিট আৰু ডঃ এইচ-এল-জৈন ডি-লিট। "জৈন সংস্কৃতি সংৰক্ষক সংঘই" চোলাপুৰৰ পৰা এই গ্ৰন্থখনি প্ৰকাশ কৰিছে। ১৯৬৮ চনত এই গ্ৰন্থখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হয়। এই দ্বিতীয় সংস্কৰণত সন্দিকৈ ডাঙৰীয়াই Supplementary Notes (ওপৰঞ্চি টোকা) বুলি চাৰিটা মূল্যবান অংশ যোগ দিছে।

ডঃ উপাধ্যে জৈন সংস্কৃতি সংঘৰ এজন প্ৰধান সভ্য। ১৯৪৫ চনত যেতিয়া সন্দিকৈৰ লগত তেওঁৰ কোনো পৰিচয় নাছিল, তেতিয়াই তেওঁ সন্দিকৈ ডাঙৰীয়াই যশস্তিলকৰ সম্বন্ধে এখন গ্ৰন্থ লিখিছে বুলি পুণাত ডঃ গোডেৰ মুখৰ পৰা জানিছিল। এই কথা জানিয়ে তেওঁ সন্দিকৈ-দেৱলৈ চিঠি দি কিতাপখন সেই সংঘক প্ৰকাশ কৰিবলৈ দিব লাগে বুলি অনুৰোধ কৰে। যশস্তিলকৰ প্ৰকাশৰ মূলতে আছিল ডক্টৰ উপাধ্যে।

সোমদেৱৰ 'যশস্তিলক' পুথিৰ পাণ্ডিত্যপূৰ্ণ টীকা-ভাষ্যসহ সমালোচনামূলক গ্ৰন্থখন সন্দিকৈ ডাঙৰীয়াই ইংৰাজীত লেখা কাৰণে পৃথিৱীৰ বিভিন্ন ঠাইত ই আদৰ লাভ কৰিবলৈ সক্ষম হ'ল। সোমদেৱৰ আন এখন পুথি 'নীতিবাক্যামৃত' (অৰ্থশাস্ত্ৰৰ পুথি) ১৯৬২ চনত অস্কাৰ বটো (Oscar Botto) নামৰ এজন প্ৰসিদ্ধ ইটালিয়ান পণ্ডিতে ইটালীয় ভাষাত টীকা-টিপ্পনীসহ অনুবাদ কৰে আৰু ইটালীৰ টিউৰীণ বিশ্ববিদ্যালয়ে

প্ৰকাশ কৰে। এই পুথিখনত সন্দিকৈদেৱৰ 'যশস্তিলক' সম্বন্ধে বহুত বাৰ উল্লেখ কৰিছে আৰু এঠাইত এই ইটালিয়ান পণ্ডিতজনে সন্দিকৈ ডাঙৰীয়াৰ এই সমালোচনা গ্ৰন্থখনক "il dottissimo lavoro di K. K. Handiqui" ( The most learned work of K. K. Handiqui ) অৰ্থাৎ অতি পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ বুলিছে।

সন্দিকৈ ডাঙৰীয়াৰ 'যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি'ৰ সম্বন্ধে পেৰিচ বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যাপক এল ৰণোৱে ( Prof L. Renou) সমালোচনা কৰিছিল ফ্ৰেন্স একাডেমিৰ অন্তৰ্গত 'Academie des Inscriptions et Belles Lettres' অৰ মুখপত্ৰত। ইয়াতে ১৯৫১ চনত অধ্যাপক ৰণোৰ এই সমালোচনা প্ৰকাশ পায়—

"পিটাৰচনৰ টোকা এটাৰ বাহিৰে যশস্তিলক সম্বন্ধে একোৱেই লেখা হোৱা নাছিল। সন্দিকৈ ডাঙৰীয়াৰ আগ্ৰহ অতি মন কৰিবলগীয়া। তেওঁৰ গভীৰ পাণ্ডিত্য প্ৰায় পোন্ধৰ বছৰৰ আগতে শ্ৰীহৰ্ষৰ নৈষধ চৰিতত্তে প্ৰকাশ পাইছিল। এতিয়া তেওঁ 'যশস্তিলক' গ্ৰন্থখন প্ৰচলিত হিন্দু কৃষ্টিৰ সুঁতিৰ লগত সম্মিলিত কৰিলে। এইটো ডাঙৰ লাভ।"

অধ্যাপক ৰণোৰ সমালোচনাৰ অধিকাংশ ইংৰাজী অনুবাদত তুলি দিয়া হ'ল।

"Except for a note by Peterson, nothing had been written on Yasastilaka. It required the remarkable zeal of Mr. Handiqui, which had already found expression fifteen years ago in a vastly learned work on Sriharsa's Naisadhacarita, to incorporate the Yasastilaka in the general current of Hinduism. This is now an acquisition.

Mr. Handiqui gives a precise account of what is known about the activities of the literary circles and the religious sects of the 10th century. Then follow an analysis of the work; a study of the

sources (here Mr. Handiqui points out what Somadeva owes to Haribhadra and his Prakrit romance); and a literary appreciation......... But these chapters, however valuable they may be, are only an introduction to what Mr. Handiqui is Primarily interested in an examination of the doctrines contained in the work of Somadeva.

The Yasastilaka, properly interpreted, is a sort of encyclopedia of Jainism, and Mr. Handiqui has overlooked nothing for explaining the facts of dogmatics, discipline and ethics which are described or alluded to in the work. With the help of the Yasastilaka and a vast amount of information literary and epigraphic, Mr. Handiqui describes the position of Jainism in the tenth century and records the controversies or the conflicts with diverse Hindu sects and eventually with the Buddhists. Here is a study which had not been made before, at least on such an extensive scale. Particularly interesting is chapter 14 .......will serve as a basis for all such studies in the future.

Somadeva does not confine himself to contrasting Jainism with Buddhism and Hinduism; he also studies them for their own sake, both in their philosophical content and the practices developed by them......... Mr. Handiqui examines in detail the facts brought forward by Somadeva and confronts them with the realities of the sects and the

theories.........A descriptive index of the geographical names terminates this voluminous work, one of the most substantial that have been achieved in connection with a Sanskrit literary text."—— ( Translated )

যশস্তিলক গ্ৰন্থখনত ওপৰঞ্চি হিচাবে এটা ভৌগোলিক পৰিশিষ্ট ('Index of Geographical Names mentioned in the Yasastilaka') সন্নিবিষ্ট কৰা হৈছে। ইয়াত প্ৰাচীন ভাৰতীয় ভূগোল সম্পৰ্কে অনেক বহুমূলীয়া সন্ধান পোৱা যায়।

মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ডঃ ভি ৰাঘৱন এম-এ, পি-এইচ-ডি ( Dr. V. Raghavan M. A., Ph. D. ) ডাঙৰীয়াই সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ পঞ্চদশ অধিবেশনৰ সভাপতিৰ অভিভাষণত, ( পৌৰাণিক সংস্কৃত বিভাগৰ ) ১৯৪৯ চনত বম্বেত কয়—

"It must be accepted that in the hands of Prof. Handiqui, the work (Yasastilaka and Inidan Culture), like Somadeva's original, has become a mine of information, literary, historical, social, religious and archaeological, the collection of which must have involved prodigious labour."

[ Presidential address the 15th All India Oriental Conference, Bombay 1949 classical Sanskrit Section.]

[ এয়া নিশ্চয় মানি ল'ব লাগিব যে অধ্যাপক সন্দিকৈৰ হাতত এই গ্ৰন্থখন ( Yasastilaka and Indian Culture ) ঠিক সোমদেৱৰ মূল গ্ৰন্থখনৰ দৰেই, সাহিত্য, বুৰঞ্জী, সমাজ, ধৰ্ম আৰু প্ৰত্নতত্ত্ব বিষয়ক নানা তথ্যৰ আকৰস্বৰূপ হৈছে। এইবিলাক কথাৰ সংগ্ৰহ আচৰিত ধৰণৰ পৰিশ্ৰমৰ দ্বাৰাহে সম্পন্ন হৈছে। ]

আকৌ এই গৰাকী সুপ্ৰসিদ্ধ সংস্কৃতজ্ঞ পণ্ডিতেই 'হিন্দু' নামৰ মাদ্ৰাজৰ পৰা ওলোৱা দৈনিক কাকতত ১৯৫০ চনৰ ২৭ আগষ্টত

Yasastilaka and Indian Culture গ্ৰন্থৰ এটা বিস্তৃত সমালোচনা লিখিছিল। তাক তুলি দিয়া হ'ল।

Sri Krishna Kanta Handiqui, Professor of Sanskrit, now Vice-Chancellor of the Gauhati University, produced in 1934 his Naishadhiyacharita which with its translation, elaborate study of the text and the commentaries, and critical and exhaustive notes, proved an indispensable aid to the study of the difficult and learned poem of Sriharsha. In the same manner, prof. Handiqui has given us now an exhaustive study of the Yasastilaka Champu of the Jain poet-logician Somadeva.

More definitely from Magha onwards, the Sanskrit Mahakavya began to take on a learned character and the poets packed their poems with such a variety and wealth of erudite information that their writings became valuable sources of knowledge on the history and the social, religious, political, literary and artistic conditions of the times in which they were produced. Jain authors particularly made full use of the method of Sastra-kavya writing The interesting and extensive material in the Champu of the versatile Somadeva had attracted the notice of scholars, and its fullest analysis is now to be had in Prof. Handiqui's 'Yasastilaka and Indian Culture', a book in about 550 pages.

Author of over ninety-six works, Somadeva flourished in the middle of the tenth century A.D. Two

of his well-known productions are the Nitivakyamrita on polity and the Yasastilaka-Champu. The latter, a voluminous literary composition in prose and verse on a Jain religious theme, was written in A.D. 959 when Rashtrakuta Krishna III was at Melpati in this part of the country, after defeating and killing, with the aid of his ally and brother-in-law Butuga, the Chola prince Rajaditya, a son of Parantaka in the battle of Takkolam in A.D. 949. The immediate patrons of Somadeva were the Lemulavada Chalukyas, feudatories of the Rashtrakutas. The work is on a Jain religious story, and is available in print, though with many mistakes, in the two volumes in the Kavyamala ( No 70 ) ; besides the commentary of Srutadeva included in the Kavyamala edition, there is, on the poem, the earlier and unpublished gloss of Srideva, partly available in a manuscript in the Bhandarkar Institute.

After covering in the opening chapter Somadeva, his age, patrons, the related historical events, his contemporary authors, his works and contribution to Kavya literature, Prof. Handiqui gives, in Ch. II an outline of the story which is lost in the labyrinth of descriptions, learned digressions and discourses in the eight chapters of the poem. The sources of the story are studied in Ch. III. In more than thirty pages, the next

chapter offers, with extracts, an appreciation of the Yasastilaka as a prose romance, gadya-kavya. The next chapter on the poem as a sociopolitical record deals with court-life, problems of statecraft and social data. Yasastilaka as a religious romance receives attention. In Ch. VI about forty-five pages are then devoted to a further poetic appreciation of the work. The eighth and ninth chapters, on the philosophical doctrines review the information on the different systems of philosophy. Nyaya-Vaiseshika, Buddhism, Samkhya, Vedanta, Mimamsa, Charvaka, Tantra and Saivism in its different schools.

Apart from its references and allusions the Champu becomes a regular didactic work in the latter chapters, and to an examination of this material on Jainism, its dogmas, and moral and spiritual disciplines are devoted Chapters ten and eleven, the latter giving a survey of Jain religious poetry of the type called Dvadasa Anupreksha. The succeeding three chapters present Jain dialectics with reference to orthodox Hindu schools of thought and some of their tenets. Jain criticism of Vedic sacrifice receives detailed notice here, and the section on Saivism and its sects here represents a substantial compilation on the subject. In Ch. XV on non-Jain cults, customs and beliefs is set forth the worship of Chandika and Sarasvati. The next two

chapters are taken up by an account of Jain religious and moral stories and myths and legends of Jainism. Then follows an interesting chapter in which the identities are discussed of the many works and authors quoted in the Champu, pertaining to poetry, philosophy, polity, Dharmasastra, elephantlore and medicine. Of the appendices. three and four return to the subject of Saivism ; here is given a long and useful account of Saiva temples and their geographical distribution in Gujarat, Mewar, Malva, Central India, Orissa, Deccan and South India.

An Index to the Geographical names in the Champu and a General Index to the large mass of topics and ideas dealt with in this study are given in the end.

A mere narration of the contents will bear out the importance of the work of Prof. Handiqui. Exacting industry has heen involved in collecting, collating and expounding this vast material from literature, philosophy and history, from books, manuscripts and inscriptions. Vidvan eva vijanati vidvajjana-parisramam. On 'aspects of Jainism and Indian thought and culture in the tenth century', this work of Prof. Handiqui will remain a book of constant reference. We hope that the heavy duties of Vice-Chancellorship will yet spare Prof. Handiqui time and energy to make further contributions to the study of classical Sanskrit literature.

Dr. A. N. Upadhye and H. L. Jain deserve the thanks of the scholarly public tor bringing out this valuable publication, and reference has to be made to the munificence of the wealthy Jain lay public towards the cause of Jain researches and publications.

V. Raghavan.

সন্দিকৈ ভাণ্ডৰীয়াৰ যশস্তিলক কিতাপখনৰ আলম লৈ হিন্দী ভাষাত অন্ততঃ দুখন উল্লেখযোগ্য গৱেষণা গ্ৰন্থ ওলাইছে। বাৰাণসী স্যাদ্বাদ মহাবিদ্যালয়ৰ অধ্যক্ষ পণ্ডিত কৈলাসচন্দ্ৰ শাস্ত্ৰীয়ে 'উপাসকাধ্যয়ন' নাম দি এখন গ্ৰন্থ ৰচনা কৰিছে। ইয়াত সোমদেৱ সূৰিৰ যশস্তিলকৰ শেষৰ তিনটা অধ্যায়ৰ মূল সংস্কৃত আৰু তাৰ হিন্দী অনুবাদ আৰু প্ৰায় এশ পৃষ্ঠাব্যাপী এখন প্ৰস্তাৱনা আছে। এই প্ৰস্তাৱনাত জৈন ধৰ্ম সম্পৰ্কীয় কিছুমান তাত্ত্বিক কথাৰ পাণ্ডিত্যপূৰ্ণ আলোচনা আছে। ১৯৬৪ চনত ভাৰতীয় জ্ঞানপীঠে এই গ্ৰন্থখন প্ৰকাশ কৰিছে। এই গ্ৰন্থৰ পাতনিত পণ্ডিত কৈলাসচন্দ্ৰ শাস্ত্ৰীয়ে সন্দিকৈ ভাণ্ডৰীয়াৰ কিতাপখনৰ বিষয়ে এটা মন্তব্য দিছে—মন্তব্যটো তলত দিয়া হ'ল :—

সবসে অন্তমে মৈঁ 'যশস্তিলক এণ্ড ইণ্ডিয়ান কল্চৰ' কে বিদ্বান লেখক ডাঃ কৃষ্ণকান্ত হান্দিকীকো ঔৰ উসকী প্ৰকাশিকা শ্ৰীজীৱৰাজ জৈন গ্ৰন্থমালাকে সংচালকোঁকো হৃদয়সে ধন্যবাদ দেতা হূঁ। উনকী উক্ত পুস্তককো পঢ়কৰ মুঝে বড়ী প্ৰেৰণা মিলী। মেৰী য়হ ভাৱনা ৰহী কি ইস পুস্তককা হিন্দীমে অনুবাদ প্ৰকাশিত হো। মৈঁনে ইসকে লিএ একাধবাৰ জীৱৰাজ জৈন গ্ৰন্থমালাকে সংচালকোঁকো প্ৰেৰণা ভী কী। কিন্তু ঐসে বিদ্বত্তাপূৰ্ণ গ্ৰন্থকা প্ৰামাণিক হিন্দী অনুবাদ প্ৰকাশিত কৰ সকনা কঠিন থা। মৈঁনে উসকে আৱশ্যক অংশোঁকা ভাৱ অপনী ইস প্ৰস্তাৱনামে দে দিয়া হোঁ কিন্তু উসমে মেৰে অপনে ভাৱ ভী সম্মিলিত হৈ ইসীসে মৈঁনে ডাঃ হান্দিকীকা উল্লেখ নহী কিয়া হ্যায়।

পৰন্তু ইস্‌মে সন্দেহ নহী কি মেৰী প্ৰস্তাবনাকা পূৰ্বভাগ ডাঃ হান্দিকীকা ঋণী হ্যায়। ঔৰ উনকে ইস্‌ গ্ৰন্থসে মুঝে অপনে গ্ৰন্থকে সম্পাদনমে ভী সাহায্য মিলা হ্যায়।"

১৯৬৭ চনত "যশস্তিলককা সাংস্কৃতিক অধ্যয়ন" নাম দি ডঃ গোকুলচন্দ্ৰ জৈন এম-এ, পি-এইচ্‌-ডিয়ে এখন কিতাপ উলিয়াইছে। এইখন বেণাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পি-এইচ্‌-ডি উপাধিৰ কাৰণে লিখা হিন্দী নিবন্ধ। পাচত গ্ৰন্থাকাৰত প্ৰকাশ হৈছে। ইয়াত যশস্তিলকত থকা শিল্প-কলা, বসন-ভূষণ আদি কিছুমান কথাৰ আলোচনা কৰা হৈছে। এই কিতাপৰ ৩১ পৃষ্ঠাত গ্ৰন্থকাৰে লিখিছে—"প্ৰো হন্দিকীনে অপনে গ্ৰন্থমে যশস্তিলককে জিন বিষয়োঁ কী বিবেচনা কী হ্যায়, বহ নিঃসন্দেহ মহত্বপূৰ্ণ হ্যায়। উনহোঁনে জিস্‌ জিস্‌ বিষয়কো লিয়া হ্যায়, উসকে বিষয় মে সোমদেব কী হী তৰহ পূৰী নিষ্ঠা, বিদ্বত্তা ঔৰ শ্ৰমপূৰ্বক পৰ্যাপ্ত ঔৰ প্ৰামাণিক জানকাৰী দী হ্যায়।"

---



১ম শাবী :—অধ্যাপক বি. এম. সেন, উপাচার্য্য কৃষ্ণকান্ত শন্দিকৈ,
ডঃ জি এচ মজাৰ্জনি
২য় শাবী :—অধ্যাপক ভি দি শাবানী, ভি নালিকৰ, শ্ৰীসৰোজ দত্ত



শ্ৰীসন্দিকৈ আৰু শ্ৰীমতী সন্দিকৈৰ সৈতে বাওঁফালৰ পৰা শ্ৰীমতী
অহল্যা গগৈ, শ্ৰীবিজয়কৃষ্ণ সন্দিকৈ আৰু শ্ৰীমতী প্ৰমীলা গগৈ

## ১৫

# গুৱাহাটীত উপাচাৰ্য্যৰূপে সন্দিকৈ

কৃষ্ণকান্ত সন্দিকৈ সুদীৰ্ঘ ন বছৰ কাল অৰ্থাৎ ১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে অসমৰ প্ৰথম বিশ্ববিদ্যালয় 'গুৱাহাটী বিশ্ববিদ্যালয়'ৰ প্ৰথম উপাচাৰ্য্যৰূপে বিশেষ যোগ্যতাৰে নিৰন্ত-নিপানীকৈ কাৰ্য্য সমাপন কৰি অৱসৰ গ্ৰহণ কৰে।

বিশ্ববিদ্যালয়ত থকা অৱস্থাত এখেতক খুব কম মানুহেহে দেখা পাইছিল। প্ৰথম সমাৱৰ্তনত সেই সময়ৰ উপৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণণ গুৱাহাটীলৈ আহোঁতে তেওঁক যি ব্যগ্ৰতা আৰু উৎকণ্ঠাৰে ৰাইজে চাই-ছিল ঠিক একেটা উৎকণ্ঠা আৰু ব্যগ্ৰতাৰে শ্ৰীসন্দিকৈকো সকলোৱে চাইছিল। বহুতে সেইদিনাহে সন্দিকৈ ডাঙৰীয়াক দেখা পাইছিল। সন্দিকৈৰ অল্প-ভাষিতা আৰু প্ৰচাৰ বিমুখিতা সম্পৰ্কে সকলোৱে জানিছিল। তেওঁ পৰীক্ষা সংক্ৰান্তত এটা বৰ সাৰগৰ্ভ কথা কৈছিল যে আমাক গুণ লাগে সংখ্যা নেলাগে। গতিকে সন্দিকৈ গুৱাহাটী বিশ্ব-বিদ্যালয়ত থকা কালছোৱাত এই কথাটোৰ প্ৰতি লক্ষ্য কৰি পৰীক্ষাত পাছৰ সংখ্যাতকৈ গুণাগুণত বেছি জোৰ দিছিল।

সন্দিকৈ ডাঙৰীয়াই সদায় মানৱৰ চৰিত্ৰ আৰু অন্তৰৰ পৱিত্ৰতাতহে বেছি গুৰুত্ব দিছিল। এজন শিক্ষাবিদ্‌ৰূপে সন্দিকৈদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাৱৰ্তন উৎসৱত দিয়া উপাচাৰ্য্যৰ ভাষণত ডিগ্ৰী লাভ কৰোতাসকলক এই বুলি সকিয়াই দিছিল—"They must remember that it is not degrees but character & purity of the heart that will entitle them to the dignity of man. In a world full of temptations they have to keep their balance & resist the forces of evil."

এই দীঘলীয়া কালছোৱাত গুৱাহাটী বিশ্ববিদ্যালয়ত কোনো ৰকমৰ

আন্দোলন বা গণ্ডগোল নোহোৱাটো তেখেতৰ কৃতিত্ব। এক কথাত ক'বলৈ গ'লে 'সন্দিকৈ' নামটোতে বহুতে কোঁচ খাই আছিল। এটা নামত এখন বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰ পৰা শিক্ষা-ব্যৱস্থালৈকে সকলো কাম যে নিয়াৰিকৈ চলিব পাৰে তাৰ প্ৰকৃষ্ট প্ৰমাণ হৈছে— কৃষ্ণকান্ত সন্দিকৈ উপাচাৰ্য্য হৈ থকা কালছোৱাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী। সন্দিকৈৰ পিচৰ পৰা এতিয়ালৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সকলো দিশৰ শিথিলতা বা সোলোক-ঢোলোক অৱস্থা লক্ষ্য কৰি ক'ব পাৰি যে সন্দিকৈৰ নিচিনা পণ্ডিতৰ ব্যক্তিত্বই বিশ্ববিদ্যালয়ৰ সকলো কাৰ্য্যাৱলী সুচাৰুৰূপে পৰিচালনা কৰাত বিশেষ সহায়ক হৈছিল।

১৯৪৭ চনৰ ডিচেম্বৰ মাহৰ ৩০ তাৰিখে সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ পৰা সন্দিকৈয়ে এখন চিঠি পায়। সেই চিঠিত বৰদলৈয়ে তেওঁক গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হ'বৰ কাৰণে অনুৰোধ জনায়। কিন্তু সন্মতি দিয়াৰ আগতে সন্দিকৈয়ে এটা কথা জনাইছিল যে গুৱাহাটীত তেওঁৰ কাৰণে আছুতীয়াকৈ থকাৰ ব্যৱস্থা কৰে যেন। এই বিলাক সকলো কথা আলোচনা কৰিবৰ কাৰণে জগন্নাথ বৰুৱা কলেজৰ উপাধ্যক্ষ তুলসীনাৰায়ণ শৰ্মা ডাঙৰীয়া সন্দিকৈৰ হৈ শ্বিলঙলৈ গৈ বৰদলৈ ডাঙৰীয়াৰ লগত কথা-বতৰা পাতি আহে। ১৯৪৮ চনৰ জানুৱাৰীমাহৰ শেহ ভাগত বিশ্ববিদ্যালয়ৰ ক'ৰ্টত তেওঁক বিধিমতে উপাচাৰ্য্য নিযুক্ত কৰা হয়। ফেব্ৰুৱাৰী মাহত বৰদলৈৰ পৰা এখন জৰুৰী চিঠি পাই তেওঁ ২৩ ফেব্ৰুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰূপে যোগ দিয়ে। যাওঁতে প্ৰথমে বিছনাখন আৰু দুটা চুটকেচ লৈহে গৈছিল আৰু পাঁচ বছৰতকৈ বেছি নাথাকো বুলিছিল। কিন্তু ঘটনাক্ৰমে ৯ বছৰ থাকিব লগা হ'ল— কিন্তু পৰিয়াল কেতিয়াও নিয়া নাছিল। মাজে-সময়ে ঘৰলৈ আহিছিল। বহুতৰে ধাৰণা হৈছিল যেন একেবাৰে তেওঁ বহুত দিন গুৱাহাটীতে থাকিব লাগে।

কটন কলেজৰ অধ্যক্ষৰ বাসভৱনটো উপাচাৰ্য্যৰ বাসভৱনৰূপে লোৱাত সন্দিকৈ ডাঙৰীয়া তাতে থাকিবলৈ লয়। তেওঁ নিজৰ কাৰণে

এটা কোঠাহে ব্যৱহাৰ কৰিছিল। বাকী কোঠাত নিজৰ অফিচ আৰু বিশ্ববিদ্যালয়ৰ একজিকিউটিভৰ সভা বহা 'হল' আছিল বিভিন্ন বিভাগৰ কমিটি আদিও তাত বহিছিল। তাৰে দুটা কোঠা বিশ্ববিদ্যালয়ৰ বিশিষ্ট অতিথিৰ কাৰণে অাচুৰীয়াকৈ ৰাখি ব্যৱহাৰ কৰা হৈছিল। তাত দুবাৰ অতিথি হৈ থাকে ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ।

'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' বোলা কিতাপখনত লক্ষ্মীনাথ ফুকনদেৱে সূৰ্য্যকুমাৰ ভূঞা সম্পৰ্কে লিখোতে সন্দিকৈ আৰু ভূঞাৰ সম্বন্ধে যি লিখিছিল তলত তুলি দিয়া হ'ল—"ভূঞাই নিজেও আৰু আৰু অনেকেও ভাবিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেওঁৱেই প্ৰথম ভাইচ্-চেন্সেলাৰ হ'ব বুলি। সেই বাব সন্দিকৈক অৰ্পণ কৰাত তেওঁ হয়তো কিছু নিৰুৎসাহ হৈছিল। কিন্তু তাক সহজভাৱে ল'ব পৰা মনোবল তেওঁৰ আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাৱনা ভাবিব নলগা হ'লত তেওঁ তেওঁৰ সময়খিনি বুৰঞ্জী আৰু সাহিত্যৰ চৰ্চ্চাত নিয়োগ কৰিবলৈ সুবিধা পালে। অকল ঘৰতে নহয়, নাৰায়ণী সন্দিকৈ ভৱনতো দিনৌ তেওঁক কামত লিপ্ত থকা দেখা গ'ল। ইয়াৰ ভিতৰতে তেওঁ এবাৰ ভাইচ্-চেন্সেলাৰৰ পদৰ কাৰণে প্ৰাৰ্থী হৈছিল, পিছে প্ৰতিদ্বন্দ্বিতাত সন্দিকৈয়েই জয়লাভ কৰিলে।"

সন্দিকৈ ডাঙৰীয়াই নিজ মুখে কোৱা মতে "ভূঞাৰ লগত মোৰ বন্ধুত্ব সদায় অটুট আছিল। ইউনিভাৰ্চিটিৰ কৰ্ট, এক্‌জিকিউটিভ কাউন্সিল, চিলেক্‌চন কমিটি আদি সকলোৰে ভূঞা সদস্য আছিল আৰু ভূঞাই সহায়-সহযোগিতা কৰিছিল। কোনো বিষয়ত অমিল নাছিল। কোনো দিন তেখেতৰ লগত কোনো বিষয়ত ব্যক্তিগত প্ৰতিদ্বন্দ্বিতা হোৱা নাছিল।"

ভাইচ্-চেন্সেলাৰৰ নিৰ্বাচনৰ কাৰণে যি তিনিখন (১৯৪৮, ১৯৫১ আৰু ১৯৫৪) কৰ্টৰ বৈঠক বহিছিল তাৰ কোনোখনলৈকে সন্দিকৈ যোৱা নাছিল। আৰু বাহিৰত ভাইচ-চেন্সেলাৰৰ কাৰণে কোনে কি কৰিছে বা কি ভাবিছে তেওঁ তাৰ একো খবৰ লোৱা নাছিল। এনেবোৰ কথাই সন্দিকৈক টলাব নোৱাৰে। প্ৰথম ভাইচ্-চেন্সেলাৰ

হৈ যাওঁতে ডঃ কাকতি কটন কলেজৰ প্ৰিন্সিপাল হৈ আছিল। কিছুদিনৰ পিচত ডঃ কাকতিয়ে চৰ্কাৰী কামৰ পৰা অৱসৰ লৈ সন্দিকৈৰ অনুৰোধক্ৰমে বিশ্ববিদ্যালয়ত যোগ দিয়ে। তেতিয়া ল কলেজৰ ক্লাচ পুৰা বহিছিল। দিনত শ্ৰীশৰৎ দত্তৰ কোনো কাম নথকাত তেওঁক অংশকালীন ( Part-time ) হিচাবে ডঃ কাকতিৰ উপদেশমতে ইউনিভাৰচিটি ক্লাচৰ চেক্ৰেটৰী কৰি দিয়া হৈছিল। এইদৰে বিশ্ববিদ্যালয়ত তিনি বছৰ থাকি সন্দিকৈৰ প্ৰথম 'টাৰ্ম' শেষ হোৱাৰ লগে লগে শ্ৰীশৰৎকুমাৰ দত্ত অসম চৰ্কাৰৰ Legal Remembrancer হৈ বিশ্ববিদ্যালয়ৰ পৰা ওলাই আহে ১৯৫০ চনৰ শেষত। ডঃ কাকতি ঢুকায় ১৯৫২ চনৰ ১৫ নৱেম্বৰত। বিশ্ববিদ্যালয়ত থকা কালত এই দুয়োজন ব্যক্তি সন্দিকৈৰ প্ৰধান সহায়-সাৰথি আছিল। "দুয়োজনৰ প্ৰতি মোৰ অকৃত্ৰিম চেনেহ আছিল। ডঃ কাকতিয়ে মোৰ যিমান বিদ্যা-বুদ্ধি আছে তাতোকৈ বেছি আছে বুলি ধাৰণা কৰিছিল। এইটো সদায় মই লক্ষ্য কৰিছিলো। দত্ত আৰু কাকতিয়ে সদায় যত্ন কৰিছিল মই থকা কালত যেন কোনো ৰকমে বিশ্ববিদ্যালয়ৰ সুখ্যাতিৰ ব্যতিক্ৰম নহয়। বিশ্ববিদ্যালয়ৰ পোনপ্ৰথম অৱস্থাত মই যাইকৈ এওঁলোকৰ পৰা যি সহায় আৰু সহযোগ পাইছিলো আচলতে তাৰ ওপৰত নিৰ্ভৰ কৰিহে মোৰ পক্ষে আচহুৱা গুৱাহাটীত থকা সুচল হৈছিল। কিন্তু মোৰ প্ৰতি সকলোৰে সম্ভাৰৰ স্পষ্ট প্ৰমাণো ১৯৫৩ চনতে মই পাইছিলো। সেই বছৰ মই আগষ্ট মাহৰ পৰা প্ৰায় পাঁচ মাহ কাল যোৰহাটৰ মিচন হস্পিটালত বেমাৰ হৈ পৰি আছিলো। কিন্তু সেই সময়ৰ ভিতৰতো বিশ্ববিদ্যালয় অতি সুচাৰুৰূপে আৰু বেমেজালি নোহোৱাকৈ চলি আছিল। দৰকাৰী কাগজ-পত্ৰ চহী কৰিবৰ কাৰণে হস্পিটাললৈকে আনিছিল, দৰকাৰ হলে পঞ্জীয়ক ( ৰেজিষ্ট্ৰাৰ ) আহি তাতে সকলো কথা সুধি গৈছিল। ইয়াৰ ভিতৰত কোনো এজন অস্থায়ী ভাইচ্-চেঞ্চেলাৰ ল'ব লাগে বুলিও কোনেও কোৱা নাছিল।"

এজন বিৰাট শিক্ষাবিদৰ নামতে তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ সকলো কাৰ্য্য অতি নিৰহ- নিপানীকৈ সমাধা হৈছিল। কেৱল বিস্তাৰন্ত

বা জ্ঞানৱন্ত হ'লেই প্ৰশাসনীয় ব্যৱস্থা নিয়াৰিকৈ চলোৱাত সহায় নকৰে —ব্যক্তিত্ব আৰু চৰিত্ৰহে মূল কথা। ছচিয়েলিষ্ট পাৰ্টিৰ নেতা অশোক মেহতা ডাঙৰীয়াই গুৱাহাটীলৈ আহোঁতে সন্দিকৈৰ লগত কথা হৈ যি মন্তব্য কৰিলে সেয়া প্ৰকৃততে প্ৰণিধানযোগ্য। তেওঁ কৈছিল, "ভাৰতত তেওঁ এনে বিশাল ব্যক্তিত্বসম্পন্ন উপাচাৰ্য্য লগ পোৱা নাই।" শিক্ষাবিদ সন্দিকৈৰ ব্যক্তিত্ব—শ্ৰীঅজিতকুমাৰ শৰ্মাৰ প্ৰবন্ধৰ পৰা। ]

গুৱাহাটী বিশ্ববিদ্যালয়ত থাকোতে নিজৰ পঢ়া-শুনাত ব্যাঘাত হোৱা বাবে সন্দিকৈ ডাঙৰীয়াই মনে মনে বেয়া পাইছিল। অৱশ্যে গুৱাহাটীত থাকোতেও তেওঁ নিজৰ কাৰণে বহুত কিতাপ কিনিছিল আৰু সময় পালেই পঢ়িছিল। কিন্তু কামৰ হেচাত তেওঁৰ ধাৰাবাহিক গৱেষণাৰ কাম বন্ধ হোৱাত তেওঁ দুখ পাইছিল আৰু এই কাৰণেই অধ্যাপক অজিতকুমাৰ শৰ্মাই তেওঁৰ জীৱনৰ কথা সোধোতে গুৱাহাটী বিশ্ববিদ্যালয়ত থকা সময়খিনিক তেওঁ 'শূন্য' বুলিছিল। সন্দিকৈ ডাঙৰীয়াই মনে মনে ভাবে যে গুৱাহাটীত থকা ন বছৰ তেওঁ যোৰহাটত থকা হ'লে তেওঁৰ পৰিকল্পিত সংস্কৃত মহাকাব্যসমূহৰ বৰঙণীখন লিখি অন্ত কৰিব পাৰিলেহেঁতেন।

সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অহাৰ পিচত ১৯৬১ চনত হ'বলগীয়া সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ সভাপতি নিৰ্বাচিত হয়। কিন্তু সেই বছৰ তেওঁৰ পত্নী বিয়োগ হোৱাত আৰু স্বাস্থ্য ভাল নথকাত যাব নোৱাৰিলে। এই সন্মিলন প্ৰথমে চণ্ডীগড়ত হ'বলগা আছিল। কিন্তু পিচত শ্ৰীনগৰতহে অধিবেশন বহে। সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলন দুবছৰৰ অন্তৰে অন্তৰে বহে আৰু দুবছৰৰ আগতে সভাপতি বাছনি হয়। তাৰ আগতে অধিবেশন বহে ভুবনেশ্বৰত। তেতিয়াই সন্দিকৈক সভাপতি বাছে।

১৯৫২ চনত Inter-University Board of India ( ভাৰতৰ আন্তঃ-বিশ্ববিদ্যালয় সমিতি )ৰ সভাপতি নিৰ্বাচিত হয়—শ্ৰীসন্দিকৈ ডাঙৰীয়া আৰু সেই বছৰৰ শেষ ভাগত ৱাল্টায়াৰত অন্ধ্ৰ বিশ্ববিদ্যালয়ত বহা Inter-University Board ৰ বছেৰেকীয়া অধিবেশনৰ

সভাপতিত্ব কৰে। ইয়াৰ বাহিৰেও সেইবাৰ ১৯৫২ চনৰ চেপ্তেম্বৰ মাহত মাদ্ৰাজ বিশ্ববিদ্যালয়ত Inter-Univesity Board ৰ তৰফৰ পৰা বিশ্ববিদ্যালয়বিলাকৰ উপাচাৰ্য্য আৰু প্ৰতিনিধিসকলৰ এখন বিশেষ সভা আহ্বান কৰা হৈছিল। এই সভাতো শ্ৰীসন্দিকৈদেৱেই পৌৰোহিত্য কৰিছিল আৰু ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিনিধিৰূপে ইয়াত যোগদান কৰিছিল। ইয়াৰ কিছু দিনৰ আগতে ভাৰত চৰকাৰে All India Council of University Education বুলি এখন বিশেষ উচ্চ বিষয়ক সংস্থা গঠন কৰাৰ প্ৰস্তাৱ কৰিছিল। এই সংক্ৰান্তত সকলো কথা ভালকৈ আলোচনা কৰিবৰ কাৰণে উক্ত সভা মাদ্ৰাজ বিশ্ববিদ্যালয়ত আহ্বান কৰা হৈছিল। দুদিন আলোচনা হোৱাৰ পিচত এই সভাই ভাৰত চৰকাৰে গঠন কৰিব খোজা সংস্থাৰ বিপক্ষে মত দিয়ে আৰু তাৰ পৰিবৰ্তে ইংলেণ্ডৰ ইউনিভাৰচিটি গ্ৰাণ্টচ্ কমিচনৰ দৰে এখন সমিতি ভাৰততো গঠন কৰিবলৈ অনুৰোধ কৰে। তাৰ কিছু দিনৰ পিচত ভাৰত চৰকাৰে এই প্ৰস্তাৱ গ্ৰহণ কৰি বৰ্ত্তমান চলি থকা ইউ-জি-চি ( বিশ্ববিদ্যালয় অনুদান আয়োগ ) স্থাপন কৰে। ইয়াৰ পৰা আৰ্থিক আৰু অন্যান্য বিষয়তো ভাৰতীয় বিশ্ব-বিদ্যালয়বিলাকৰ এটা নতুন যুগ আৰম্ভ হয়। অৱশ্যে ইউ-জি-চি হোৱাৰ পৰা Inter-University Board ৰ গুৰুত্ব আৰু কাৰ্য্যৰ পৰিধি কমি যায়।

এই গোটেই কথাখিনি শ্ৰীসন্দিকৈ ডাঙৰীয়াই মোক বুজাই কৈছিল।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ এবছৰৰ আগতে অসম চৰকাৰে ডিব্ৰুগড়ত অসম মেডিকেল কলেজ স্থাপন কৰিলেও সন্দিকৈ ডাঙৰীয়াৰ যত্নতহে এই কলেজখনে পূৰ্ণাঙ্গ ৰূপ পায়। শ্ৰীসন্দিকৈৰ নিজৰ যত্নতে মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ লক্ষ্মণস্বামী মুডালিয়াৰ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ মেডিকেল ফেকাল্টিৰ ডীন ডঃ এল-এম বেনাৰ্জীৰ নিচিনা সুযোগ্য ব্যক্তিক অনাই পৰিদৰ্শন কৰোৱায় আৰু academic প্ৰগতি, পাঠ্য নিৰ্দ্ধাৰণ আদি তেওঁৰ দিনতে হয়। মেডিকেল কলেজৰ পাঠ্যক্ৰম আৰু পৰীক্ষাৰ মান কমোৱাৰ সকলো প্ৰচেষ্টা তেওঁ

দমাই ৰাখিছিল। মুঠতে পূৰ্ণাঙ্গ পৰ্য্যায়ত অসম চিকিৎসা মহাবিদ্যালয়ে 'একাডেমিক' গঢ় লয় সন্দিকৈ ডাঙৰীয়াৰ দিনতে। এই সংক্ৰান্তত কথা কওঁতে সন্দিকৈ ডাঙৰীয়াই কৈছিল যে তেখেতে ১৯৬৫ চনত ডিব্ৰুগড়ৰ অসম মেডিকল কলজলৈ চিকিৎসাৰ কাৰণে যাওঁতে কলেজ-খনৰ সম্পূৰ্ণ বিকাশ দেখি প্ৰকৃততে বৰ আনন্দ পাইছিল : ১৯৬৫ চনত সন্দিকৈদেৱৰ সাংঘাটিক ধৰণৰ অসুখ হৈছিল। সেই কাৰণে তেওঁ মেডিকেল কলেজলৈ গৈ অস্ত্ৰোপচাৰ কৰাব লগা হৈছিল। চিকিৎসাৰ পিচত ঘূৰি আহি তেওঁ কৈছিল যে তেওঁ যেন এখন বিয়া খাবলৈহে গৈছিল। এই কথাষাৰকে সেই সময়ৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা আৰু মন্ত্ৰী দেৱকান্ত বৰুৱাই বক্তৃতা প্ৰসঙ্গত উল্লেখ কৰিছিল। কাৰণ, মেডিকেল কলেজৰ ডাক্তৰ, নাৰ্চ আদি সকোলোৰে আদৰ-অভ্যৰ্থনা আৰু মধুৰ ব্যৱহাৰত তেওঁ মুগ্ধ হৈছিল। আনকি, চুই-চাপি ঘণ্টা কটোৱাৰ পিচতে তেওঁৰ মনত এনে এটা পৰিবৰ্তন হ'ল যেন তেওঁৰ একোৱেই বেমাৰ-আজাৰ হোৱা নাই। সকলোৱে মিলি বেমাৰীৰ মনত এনে এটা ভাব সৃষ্টি কৰিব পৰাটো কম কথা নহয় বুলি তেখেতে মন্তব্য কৰে। ডঃ মথুৰানাথ ভট্টাচাৰ্য্য, ডঃ নেকিবুজ্জামান, ডঃ আব্দুৰ ৰছিদ চৌধুৰী, ডঃ দেৱশৰ্মা আৰু ডঃ হেমন্ত দত্তই তেখেতৰ চিকিৎসাৰ ভাৰ বিশেষভাৱে লয় আৰু 'আজীৱন তেওঁলোকৰ প্ৰতি কৃতজ্ঞ হৈ আছো' বুলি তেখেতে উক্তি কৰে আৰু সকলোলৈকে ধন্যবাদ জনায়।

এতিয়া (১৯৭৪-৭৫) চনত অসম মেডিকল কলেজৰ অধ্যক্ষ ডঃ মথুৰানাথ ভট্টাচাৰ্য্যদেৱে স্ব ইচ্ছাৰে চাই-চিতি দিহা-পৰামৰ্শ দি সন্দিকৈ ডাঙৰীয়াৰ স্বাস্থ্য অটুট ৰাখিবলৈ যত্ন কৰি পৰম উপকাৰ সাধিছে। সেই কলেজৰ চকু বিজ্ঞানৰ অধ্যাপক ডঃ সৌমীন শইকীয়া, যোৰহাটৰ ডঃ পত্নম গগৈ, ডঃ ঠানুৰাম গগৈ আৰু সন্দিকৈ ডাঙৰীয়াৰ পুৰণি বন্ধু ডঃ প্ৰসাদ বৰদলৈৰ পৰাও নানা বিষয়ত তেখেতৰ সহায়-সহানুভূতি পাই আছে আৰু সকলোৰে প্ৰতি গভীৰ কৃতজ্ঞতা জনাইছে।

---

## ১৬

# 'অকণ' প্ৰসঙ্গত নানা কথা

লক্ষ্মীনাথ ফুকনৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' নামৰ পুথিখনি পঢ়ি শ্ৰীসন্দিকৈয়ে কয় যে শিশু আলোচনী 'অকণ' উলিওৱা সম্পৰ্কে ফুকনে দুটামান কথা উল্লেখ কৰা নাই। ১৯১৬-১৭ চনত কলিকতাত সন্দিকৈ ৪৩নং আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা 'আসাম মেচ'ত আছিল। 'অকণ' সেই সময়ত ওলাইছিল। ফুকনে উল্লিখিত পুথিখনৰ ৫৬।৫৭ পৃষ্ঠাত উল্লেখ কৰিছে—"লোহিতচন্দ্ৰ ভূঞাই কলিকতাৰ পৰা উলিয়াই-ছিল হেমচন্দ্ৰ গোস্বামীক সম্পাদক লৈ প্ৰথম শিশু আলোচনী 'অকণ'। কেইবাখনো শিশু আলোচনী 'অকণ'ৰ পিছত ওলাল আৰু মৰিল, পিচে এখনেও 'অকণ'ক চেৰ পেলাব পৰা নাছিল, যদিও হৰেন্দ্ৰনাথ শৰ্মাৰ 'পখিলাই' একে ফুটতে উঠি 'অকণ'ক ছোঁও ছোঁও কৰিছিলগৈ। হাতী দঁতীয়া বগা মিহি কাগজ ফট্‌ফটীয়া ছপা আৰু দুই-তিনি ৰঙীয়া আৰ্কষণীয় ছবিয়ে 'অকণ'ৰ জেউতি বঢ়াইছিল। সেইবোৰৰ লগতে সোণত সুৱগা চৰাইছিল শিশু উপযোগী প্ৰবন্ধ, গল্প, কবিতা আদিয়ে। অকালতে এই সংসাৰৰ পৰা বিদায় লোৱা লোহিতচন্দ্ৰ বৰপেটাৰ মানুহ আছিল। কলিকতাৰ ৪৩নং আমহাৰ্ষ্ট ষ্ট্ৰীটত তেওঁ অসমীয়া ছাত্ৰৰ এটা মেছ খুলি কেইবাবছৰো চলাইছিল আৰু তাৰ পৰাই 'অকণ' উলিয়াইছিল। এখন নে দুখন অসমীয়া কিতাপ প্ৰকাশ কৰাৰ বাহিৰেও তেওঁ কলিকতাৰ পৰা অসমলৈ মাল-বস্তু কিনি-মেলি পঠোৱা কাৰবাৰতো চুচুঁৰীয়াকৈ ধৰিছিল। মই তেওঁৰ যোগেদি 'আলোচনী' ছপাবৰ কাৰণে কিছু কাগজো অনাইছিলোঁ। কিন্তু কাৰবাৰত তেওঁ বিশেষ সুবিধা কৰিব নোৱাৰিলে। 'অকণ' বন্ধ হৈ গ'ল আৰু মেছো নচলা হ'ল।"

উদ্ধৃতাংশ পঢ়ি সন্দিকৈ ডাঙৰীয়াই কৈছিল, মই বি-এ পঢ়োতে মোৰ সহযোগিতাৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰি লোহিত ভূঞাই 'অকণ'

উলিয়াইছিল। প্ৰবন্ধবোৰ হেমচন্দ্ৰ গোস্বামীয়ে বাছি দিছিল আৰু প্ৰুফ চোৱা কাম মই কৰিছিলো আৰু 'জাঁৰ-জন্তু' বুলি কিছুমান প্ৰবন্ধও মই 'অৰুণ'ৰ কাৰণেই লিখিছিলো। সেই সময়ত অসমীয়া ভাষাত 'ঙ' ৰ ঠাইত 'ঙ্গ'ৰ বেছি ব্যৱহাৰ হৈছিল। আনকি, ডাঙৰীয়া শব্দটোও 'ডাঙ্গৰীয়া' বুলিহে লিখিছিল। মই প্ৰুফ চাওঁতে 'ঙ্গ' বোৰ যিমান পাৰো উঠাই দিছিলো। এনে কৰাত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই ভাল নেপাইছিল আৰু 'তোমালোকে 'ঙ্গ' টো অসমীয়া ভাষাৰ পৰা উঠাই দিব খুজিছানেকি?' বুলি লোহিতচন্দ্ৰ, ভূঞালৈ চিঠিও লিখিছিল। এই লোহিত ভূঞাই 'ৰত্নমালা' নামৰ জীৱনী চিৰিজৰ প্ৰকাশকৰূপে ডঃ ভূঞাৰ 'মহামতি গোপালকৃষ্ণ গোখলে' ছপাই উলিয়ায়। পোনতে এওঁৱেই ৺পদ্মধৰ চলিহাৰ 'ফুলনি' ছপাই প্ৰকাশ কৰে।"

'অৰুণ'ৰ সম্পৰ্কে কওঁতে শ্ৰীসন্দিকৈৰ এটা কথালৈ মনত পৰি বৰকৈ আমোদ পাইছিল। এবাৰ বোলে 'অৰুণ' ওলোৱা বৰ দেৰী হোৱাত লোহিত ভূঞাই প্ৰেছতে প্ৰুফ চাই দিবৰ কাৰণে সন্দিকৈক লগত লৈ গৈছিল। কিন্তু তেতিয়াও প্ৰুফ প্ৰস্তুত হোৱা নাছিল। গতিকে লোহিত ভূঞাৰ বৰ খং উঠিল। প্ৰেছৰ মেনেজাৰক তেওঁ বৰ জোৰেৰে কলে, "আমি লোকজন নিয়ে এসেছি।" অৰ্থাৎ প্ৰুফ চাবলৈ মই মানুহজনক লগত লৈ আনিছো। মেনেজাৰ জনেও ভূঞাৰ কথা শুনি বৰ জোৰেৰে ক'বলৈ ধৰিলে "আপনি পাৰবেন? আপনি পাৰবেন?" অৰ্থাৎ আপুনি নিজে ইমান সোনকালে প্ৰুফ দিব পাৰিবনে? "এইদৰে 'অৰুণ'ৰ কাৰণে যি হাই-কাজিয়া কৰিব লাগে লোহিত ভূঞাই কৰিছিল—মই মোৰ নিজৰ কাম কৰিছিলো।"

সেই সময়ৰ আৰু গোটাদিয়েক কথা সন্দিকৈ ডাঙৰীয়াৰ মনত পৰিছিল। "মই এম-এ পঢ়োতে ( ১৯১৭ চনত ) ৺ৰজনী বৰুৱা পিচত যোৰহাটৰ উকীল আৰু চাহ খেতিয়ক, ( ৺সুৰেণ বেজবৰুৱাৰ শহুৰেক ) হাওড়াৰ এটা ভাড়া ঘৰত আছিল। তেওঁৰ দুটি ল'ৰাৰ একে সময়তে 'টায়ফয়ড' হয় আৰু দুয়োটি লৰা এই ৰোগতে ঢুকায়। সেই তেতিয়া

সকলো অসমীয়া ল'ৰা কলিকতাৰ পৰা হাওড়ালৈ গৈ ৰোগীৰ শুশ্ৰূষা কৰাত লাগিছিল। এই ডেকাসকলৰ ভিতৰত সকলোতকৈ বেছি সেৱা আগবঢ়াইছিল—মোৰ বন্ধু স্বনামধন্য অমিয়কুমাৰ দাসে। আনকি, কেতিয়াবা ৰোগীৰ শৌচ পৰ্য্যন্ত তেওঁ নিজে চাফা কৰিছিল। তেতিয়া তেওঁ কলিকতাত আইন পঢ়িছিল আৰু আমি একেলগে ৪৫নং হেৰিচন ৰ'ডত থকা আসাম মেছত আছিলো।"

"ৰজনী বৰুৱাৰ বঙালী গুচৰচুবুৰীয়া এজনে কোনোবা এটা অফিচত কাম কৰিছিল। তেওঁ ৰতিপুৱা গা ধুই কালী মন্দিৰত দীঘল দি পৰে আৰু বৰুৱাৰ ল'ৰা দুটিৰ কাৰণে প্ৰাৰ্থনা কৰে আৰু অফিচলৈ যোৱাৰ আগলৈকে শুশ্ৰূষা কৰে। সন্ধিয়াও অফিচৰ পৰা আহি বহুত ৰাতিলৈকে সেৱা শুশ্ৰূষাত লাগে। এইদৰে তেওঁ প্ৰায় ১৫ দিন সেৱা কৰা দেখিছিলো।"

সন্দিকৈ ডাঙৰীয়াই আৰু এটা ঘটনাৰ কথা উল্লেখ কৰিছিল। "১৯১৮ চনত যোৰহাটৰ আবকাৰী বিভাগৰ অধীক্ষক ৰমাকান্ত বৰুৱাৰ পৰিবাৰ কলিকতা মেডিকেল কলেজৰ এটা সংলগ্ন আবাসত (Cottage) ৰাতি এঘাৰমান বজাত ঢুকায়। কলেজৰ নিয়ম অনুসৰি মৰা-শ ৰাতিপুৱাহে আনিব পৰা হৈছিল। কিন্তু তেতিয়া অসমীয়া ল'ৰা প্ৰায়বিলাক গৰম বন্ধৰ কাৰণে ঘৰলৈ আহিছিল। মই আৰু অমিয় দাস সেইদিনা গোটেই ৰাতি মৃতদেহ আগত লৈ হস্পিটালৰ পকাৰ ওপৰতে কুশাসনত বহি আছিলো। তেওঁৰ শোকাকুল স্বামী আৰু দুটিমান সন্তানৰ বাহিৰে ওচৰত আৰু কোনো নাছিল। এইটো মোৰ ডেকা কালৰ এটা নতুন অভিজ্ঞতা।"

সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱাৰ সম্বন্ধে কওঁতে সন্দিকৈ ডাঙৰীয়াই কৈছিল যে এই গৰাকী ব্যক্তিয়েই 'সঙ্গীত-কোষ' আৰু 'সঙ্গীত সাধনা' লিখে। মেট্ৰিক দি সন্দিকৈ তেজপুৰৰ মোমায়েকৰ ঘৰত (পদ্মনাথ গোহাঞিবৰুৱা) থাকোতে তেওঁ বৰুৱাক দেখে। তেওঁৰ সেই কালৰ জীৱন কটোৱা পদ্ধতি দেখি সন্দিকৈ মুগ্ধ হয়। বৰুৱা ডাঙৰীয়া গোহাঞিবৰুৱাৰ তেতিয়াৰ ঘৰৰ আগতে এটা ভাড়া ঘৰত আছিল।

আলিটোৰ ইফাল-সিফাল। দিনটো অফিচত কাম কৰে—পুৱা-গধূলি সদায় সঙ্গীত সাধনাত লাগি থাকে। তেওঁ বৰ সৰবৰহী লোক আছিল। সন্দিকৈ তেতিয়া ল'ৰা হ'লেও প্ৰায় বকৰাই তেওঁৰ লগত কথা-বাৰ্তা পাতিছিল। চন্দ্ৰগুপ্ত নাট অসমীয়াৈল ভাঙোতে গানৰ সুৰ তেওঁ বান্ধি দিছিল। তেওঁৰ জীৱনটো আছিল সাধনাৰ জীৱন। জীৱিকাৰ কাৰণে তেওঁ অফিচলৈ গৈছিল। কিন্তু সঙ্গীত সাধনা তেওঁৰ জীৱনৰ ব্ৰত আছিল।

"সঙ্গীত-কোষ'ত দাৰ্শনিক ৰাধানাথ ফুকনৰ গানো আছে। যেনে—'বাজে আপুনি পুৰণি বীণা'। সত্যনাথ বৰাৰ গান 'সঙ্গীত-কোষ'ত থকা সম্বন্ধে লক্ষ্মীনাথ ফুকনে তেওঁৰ পুথিত উল্লেখ কৰিছে। ফুকনৰ গহীন গীতৰ লগত গহীন প্ৰকৃতিৰ সত্যনাথ বৰাৰ "মাৰো নেকি মেকুৰীটো" ধেমেলীয়া গানটো বিশেষভাৱে মন কৰিবলগীয়া।" সন্দিকৈ ডাঙৰীয়াই সত্যনাথ বৰাৰ এনেকুৱা আৰু এটা গানৰ কথা কৈছিল—

"শুনচাহানা আপিগিলা থাজনা বাৰাইছি,
দিবাক নল্লি নিবোক ধৰি পেদা লাগাই দি।"

তাৰ পিচতে বৰাই উপদেশ দিছে—উপায় নাই, 'সোনকালে বিয়া সোমোৱা' সত্যনাথ বৰাৰ গম্ভীৰ প্ৰকৃতিৰ লগত বিজাই চালে এইবোৰ কথাত বৰ আমোদ পোৱা যায় বুলি সন্দিকৈ ডাঙৰীয়াই মন্তব্য কৰে।

স্কুলীয়া দিনতে সন্দিকৈয়ে 'জ্ঞান-মালিনী' পঢ়ি বৰ ভাল পাইছিল। 'টপটলো ডেকা ল'ৰাইত' আদি তেওঁৰ এতিয়াও মনত আছে। কবি মফিজুদ্দিন আহমদ হাজৰিকাক তেওঁ দুবাৰ লগ পাইছিল। তেওঁ ছাত্ৰসম্মিলনৰ সভাপতি হৈ যাওঁতে সাহিত্যসভা অধিবেশনত গোলাঘাটত ১৯২৯ চনত আৰু শেষ দেখা পায়—১৯৪৮ চনত গুৱাহাটীত। সন্দিকৈৰ মতে গোলাঘাটত লগ পাওঁতে আহমদে বৰ সুন্দৰ বক্তৃতা দিব পাৰিছিল আৰু তেওঁৰ মাতো আছিল ডাঙৰ।

লক্ষ্মীনাথ বেজবৰুৱাই কলিকতাৰ ওচৰতে হাওড়াত ব'ডমেৰী লে'নত থাকোতে বছৰি শঙ্কৰদেৱৰ তিথি পাতিছিল। বেজবৰুৱাই নিজে নাম লৈছিল আৰু তাত অসমীয়া ছাত্ৰসকলেও যোগ দিছিল। এবাৰৰ

তিথিত বৰপেটাৰ দুজন মানুহেও তাত নাম লৈছিল। নামগোৱা শেষ হ'লত বেজবৰুৱাই মন্তব্য কৰিছিল—আমি গোৱাবোৰ ধেং-ধেঙীয়া আৰু তেওঁলোকে গোৱাবোৰ ভালকৈ জমিছিল।

১৯১৭ চনত কলিকতাত বি-এ পাছ কৰাৰ পিচত সন্দিকৈৰ ডাঙৰ অসুখ হয় আৰু তাৰ কাৰণে ঘৰৰ পৰা দেউতাক আৰু ভায়েক চন্দ্ৰকান্ত সন্দিকৈ কলিকতালৈ গৈছিল। বেজবৰুৱায়ো সন্দিকৈ বিছনাত পৰি থকা অৱস্থাতে খবৰ ল'বলৈ গৈছিল। তেতিয়াই তেওঁ কোৱা কথা এষাৰ সন্দিকৈ ডাঙৰীয়াৰ এতিয়াও মনত আছে। তেওঁ কৈছিল,—'কৃষ্ণ! স্বাস্থ্যৰ ফালে চকু ৰাখিবা। ঘিঁউৰ বাতিটো ভালে থাকিলেহে ঘিঁউ ভালে থাকে।'

সন্দিকৈয়ে আকৌ কৈছিল, "বেজবৰুৱাক মানুহে ৰসৰাজ বোলে, কিন্তু তেওঁৰ নিচিনা গম্ভীৰ মানুহ মই বৰ কম দেখিছো। কেতিয়াও হাঁহা দেখা নাছিলো আৰু কেতিয়াও ধেমেলীয়া কথাও কোৱা শুনা নাছিলো।" সন্দিকৈৰ ধাৰণা হৈছিল যে সেই গাম্ভীৰ্য্যৰ তলত যেন কিবা এটা বিষাদৰ ভাব লুকাই আছিল।

বেজবৰুৱাৰ কথা কওঁতে সন্দিকৈয়ে কৈছিল যে ১৯৩০-৩১ চনৰ জাৰকালি এদিন বেজবৰুৱা সপৰিয়ালে জীয়েক আৰু জোঁৱায়েক ৰোহিণী বৰুৱাৰে সৈতে তেওঁলোকৰ যোৰহাটৰ ঘৰলৈ আহে। তেতিয়া সন্দিকৈৰ দেউতাকো আছিল। তেওঁলোক আটাইকেউজনে কথা-বতৰা পাতিছিল্। তাত সন্দিকৈয়ে ভাগ লোৱা নাছিল। তেতিয়া বেজবৰুৱাই ক'লে, "কৃষ্ণ! কি ভাবিছা?" বহুত দিনৰ মূৰত বেজবৰুৱাই আকৌ আগৰ দৰে নাম কাঢ়ি মতাত সন্দিকৈৰ মনত এটা প্ৰবল স্মৃতিৰ সোঁত ব'বলৈ ধৰিলে আৰু আবেগত অভিভূত হৈ সন্দিকৈয়ে সেই দিনা কথা-বাৰ্তা পাতিব নোৱাৰিলে। "ইয়াৰ পিচত বেজবৰুৱাৰ ১৯৩৮ চনত ডিব্ৰুগড়ত মৃত্যু হয়, কিন্তু মোৰ মনত অকলে বেজবৰুৱাৰ লগত কথা পতাৰ হেপাহ থাকি গ'ল। বেজবৰুৱাৰ মধুৰ মাত-কথাই আমাৰ সমসাময়িক অনেকৰ মনত এইদৰে দকৈ ছাপ বহুৱাইছিল। কলিকতাত আমি বেজবৰুৱাৰ ওচৰলৈ গ'লে সোধন-পোছনত তেওঁ বৰ যত্নশীল আছিল।

সদায় জা-জলপান খুৱাইছে পঠাইছিল।” লগতে ইয়াকো কয় “কলিকতা এৰি বেজবৰুৱাই ১৯১৮-১৯ চনত সম্বলপুৰলৈ যায়। তেতিয়া তেওঁ ‘বাঁহী’ চলোৱাৰ ভাৰ অমিয়কুমাৰ দাসক দি যায়।”

বেজবৰুৱাই সন্দিকৈলৈ দিয়া ইংৰাজী চিঠিবোৰ তুলনাক্ৰমে সন্দিকৈদেৰে ৰখা নাছিল। কিন্তু এখন চিঠিৰ এটা কথা তেওঁৰ এতিয়াও মনত আছে। সন্দিকৈয়ে গুৱাহাটীত আই-এ পঢ়োতে এবাৰ এখন চিঠিত পণ্ডিত তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদৰ দ্বাৰা সম্পাদিত “আসাম বান্ধৱ” মাহেকীয়া আলোচনাত ব্যৱহাৰ কৰা ভাষা সম্বন্ধে বেজবৰুৱা ডাঙৰীয়ালৈ লিখিছিল। তাৰ উত্তৰত বেজবৰুৱাই তেওঁলৈ লিখিছিল—“এইবোৰ ‘কাব্যবিনোদিয়ান ভেৰেঙ্গ’ (জল্পনা-কল্পনা)। সময়ৰ লগে লগে নাইকিয়া হ’ব।” সন্দিকৈ ডাঙৰীয়াই ইয়াৰ লগতে আৰু এটা কথা কৈছিল—‘আসাম বান্ধৱ’ৰ সঙ্কাৰী সম্পাদক নলবাৰীৰ স্বৰ্গীয় প্ৰতাপচন্দ্ৰ গোস্বামীৰ ‘জীৱনস্মৃতি’ কিতাপত এই কাকতখন (আসাম বান্ধৱ) কি সূত্ৰে ওলাইছিল তাৰ এটা ভাল বিৱৰণ আছে।

১৯১৯ চনত এম-এ পৰীক্ষা দিয়াৰ ঠিক আগতে সন্দিকৈৰ হঠাৎ জ্বৰ হয়। পৰীক্ষা দিয়াৰ আশা নাছিল। গতিকে অসম মেছৰ ল’ৰাবিলাকে সেই সময়ৰ প্ৰখ্যাত চিকিৎসক বিধানচন্দ্ৰ ৰায়ক আনি চিকিৎসা কৰাইছিল। ডঃ ৰায়ৰ দৰৱ খায়ে সন্দিকৈয়ে ভাল পোৱাত আকৌ ছাত্ৰসকলে তেওঁৰ সম্বন্ধে খবৰ দিয়েগৈ। তেতিয়া তেওঁলোকে ইয়াকো ডাক্তৰক সোধেগৈ যে পৰীক্ষাৰ আগতে আকৌ জ্বৰ হ’ব নেকি? তেতিয়া তেওঁ কয়, “আমাৰ বাপ-দাদাও সেটা ব’লতে পাৰবে না।”

এনেবোৰ কথা কওঁতে সন্দিকৈয়ে লব্ধপ্ৰতিষ্ঠ বঙালী লেখক স্বৰ্গীয় পবিত্ৰকুমাৰ গঙ্গোপাধ্যায়ৰ সম্বন্ধে কয়। এই মানুহজন কিছুদিন যোৰহাটত আছিল। তেওঁ তেতিয়া চৰকাৰী উকীল প্ৰমোদ কিশোৰ ৰায়ৰ কেৰাণী হৈ আছিল। প্ৰাইভেটকৈ তেওঁ মেট্ৰিকো পাছ কৰিছিল। মানুহজন বৰ সৰৱৰহী আছিল। বন্ধত ঘৰলৈ আহিলেই সন্দিকৈয়ে তেওঁৰ লগত কথা-বাৰ্তা হৈছিল। সন্দিকৈ কলিকতাত বি-এ পঢ়োতে তেওঁ যোৰহাটতে আছিল। এবাৰ আনন্দৰাম বৰুৱা বাৰ্ষিকী

উৎসৱ পালন কৰিবলৈ লোৱা হৈছিল। তাত পবিত্ৰকুমাৰ গঙ্গোপাধ্যায়ে বঙালী আবৃত্তি কৰিছিল। গঙ্গোপাধ্যায়ে তেতিয়াৰ পৰাই সাহিত্য চৰ্চা কৰিছিল আৰু লিখিছিল। তেওঁ সভাত আবৃত্তি কৰিছিল— ৰবীন্দ্ৰনাথৰ 'পুৰাতন ভৃত্য'। সেই কবিতাটোত এষাৰি কথা আছিল—

"কৃষ্ণকান্ত অতি প্ৰশান্ত
তামাক সাজিয়ে আনে।"

„এই আবৃত্তি হোৱাৰ পিচৰ পৰা মোৰ পক্ষে কিছুদিন বাহিৰলৈ ওলোৱা টান হৈছিল। মোক দেখিলেই বহুতেই (ছাত্ৰই) ওপৰৰ শাৰীটো আবৃত্তি কৰিছিল।"

ছাত্ৰ সম্মিলনৰ প্ৰসঙ্গত সন্দিকৈ ডাঙৰীয়াই কৈছিল, "১৯১৭ চনত যোৰহাটত হোৱা অসম ছাত্ৰ ছাত্ৰ-সম্মিলনৰ দ্বিতীয় অধিবেশনৰ সভাপতিৰ বাব আমি প্ৰথমে আব্দুল মুজিদ চাহাবক দিছিলো। তেতেয়া তেওঁ অসমৰ Legal Remembrancer আছিল। কিন্তু তেওঁ, মই সদায় 'বেক বেঞ্চাৰ' হৈ থাকি ভাল পাওঁ বুলি এইবাব নল'লে। মুজিদ চাহাব বৰ সৰবৰহী মানুহ আছিল আৰু ছাত্ৰসকলৰ লগত হাঁহি-মাতি কথা পাতি বৰ ভাল পাইছিল। ১৯২০ কি ১৯২১ চনত তেওঁ কলিকতা হাইকৰ্টৰ জজ্ নিযুক্ত হয়। অসমীয়াৰ ভিতৰত তেৱেঁই প্ৰথম হাইকৰ্টৰ জজ্। তেতিয়াৰ দিনত বিশেষ যোগ্যতা নাথাকিলে ভাৰতীয় এজনৰ পক্ষে হাইকৰ্টৰ জজ হোৱা সহজ কথা নাছিল। মুজিদ চাহেবে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা 'ট্ৰাইপচ' (Tripos) ডিগ্ৰী লয় আৰু লণ্ডনত বেৰিষ্টাৰী পাছ কৰি আহি বহুত দিন বঙ্গদেশত জজ হৈ কাম কৰি আছিল। সেই সময়ত মুজিদ চাহাবৰ সমান ওখ খাপৰ চাকৰিয়াল অসমীয়াৰ কোনো নাছিল। এই কাৰণে অসমীয়া মানুহে তেওঁক লৈ গৌৰৱ কৰিছিল। আমি কলেজত থকাৰ সময়ত তেওঁৰ ৰচিত এখন অসমীয়া সাহিত্যৰ পাঠ্য পুথি অসমৰ হাইস্কুলবিলাকত কেইবা বছৰো চলি আছিল। এই কিতাপখন মেক্‌মিলান কোম্পানীয়ে উলিয়াইছিল।

লক্ষ্মীনাথ ফুকনদেৱক অৰ্পণ কৰিবলগীয়া অভিনন্দন গ্ৰন্থত প্ৰকাশ

কৰিবৰ বাবে সন্দিকৈদেৱে তলত দিয়া কথা কেইষাৰ 'পুৰণি স্মৃতি' হিচাবে লিখি অধ্যাপক অজিতকুমাৰ শৰ্মালৈ পঠিয়াইছিল—কিন্তু আমাৰ দুৰ্ভাগ্য যে ফুকনে যোৱা এপ্ৰিল মাহৰ চাৰি তাৰিখে ইহলীলা সম্বৰণ কৰে। 'পুৰণি স্মৃতি' তলত দিয়া হ'ল—

১৯১৩ চনত মই মেট্ৰিকুলেচন পৰীক্ষা দিয়াৰ কেইমাহমান আগৰে পৰা শ্ৰীলক্ষ্মীনাথ ফুকনৰ লগত মোৰ যুগমীয়া বন্ধুত্বৰ সূত্ৰপাত হয়। তেওঁৰ অকৃত্ৰিম সাহিত্যানুৰাগ আৰু কল্পনাপ্ৰৱণ ৰোমান্টিক মনোবৃত্তিয়ে মোক বিশেষকৈ আকৰ্ষণ কৰিছিল। সেই সময়তে ফুকনৰ 'ছদ্মবেশী' গল্প আৰু 'নলিনী' কবিতা 'বাঁহী'ত ওলাইছিল। তেওঁৰ দ্বাৰা প্ৰেৰিত হৈয়া মই নিজে মাহেকীয়া আলোচনীত প্ৰবন্ধাদি লিখিবলৈ আৰম্ভ কৰা নাছিলো। সি যি হওক, ইয়াৰ প্ৰায় ছবছৰৰ পাছত মই কলিকতাত এম-এ পঢ়োঁতে ফুকনৰ প্ৰথম গল্পৰ কিতাপ 'মালা' ছপাই উলিয়াইছিলোঁ। কিতাপখন তেওঁ মোৰ নামত উছৰ্গা কৰিছিল আৰু ইয়াৰ ছপা খৰচ মই বি-এ পাছ কৰোঁতে পোৱা পষ্টগ্ৰেজুৱেট বৃত্তিৰ পৰা বহন কৰিছিলোঁ।

পৰৱৰ্তী জীৱনত জীৱিকাৰ কাৰণে ফুকন সাংবাদিক হৈছিল। কিন্তু তেওঁৰ মনৰ স্বাভাৱিক গতি সদায় সাহিত্যৰ ফালে আছিল। মোৰ এটা ধাৰণা আছে যে সংসাৰৰ হেঁচাত পৰি তেওঁ ইচ্ছা আৰু ক্ষমতা অনুযায়ী সাহিত্যসাধনা কৰিবলৈ সুবিধা নেপালে। তথাপি তেওঁৰ নিমজ, সৰল আৰু নিভাঁজ গদ্যশৈলী অসমীয়া সাহিত্যৰ এটা উপাদেয় বস্তু। তাৰ সৌৰভে তেওঁৰ স্মৃতি আমাৰ সাহিত্যত সজীৱ কৰি ৰাখিব বুলি মোৰ বিশ্বাস।*

যোৰহাট ৩।২।৭৪ — শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

---

* বন্ধুবৰ অজিতকুমাৰ শৰ্মাৰ সৌজন্যত পোৱা হ'ল

## ১৭
# সেতুবন্ধ

ইয়াৰ মূল লিখক হ'ল—প্ৰৱৰসেন। এইখন পঞ্চম শতিকাৰ প্ৰাকৃত মহাকাব্য বুলি জনা যায়। এই মহাকাব্যখনৰে কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই টীকা-টিপ্পনীসহ ইংৰাজীলৈ অনুবাদ আৰু সমালোচনা কৰিছে। প্ৰাকৃত টেক্সত চচাইটিয়ে ( Prakrit Text Society ) এই মহাকাব্যখন ছপাই আছে। গোটেই কিতাপখন ৭০০ পৃষ্ঠাতকৈ অলপ বেছি হ'ব। ১৯৭৫ চনৰ ফেব্ৰুৱাৰী মাহৰ শেষলৈকে ৬৩০ পৃষ্ঠাতকৈ অলপ বেছি ছপা হৈছে। সন্দিকৈ ডাঙৰীয়াৰ এইখন তৃতীয় কীৰ্তিস্তম্ভ।

প্ৰৱৰসেনৰ মহাকাব্যৰ ৰচনা-ৰীতি প্ৰাচীন ভাৰতীয় কাব্যৰীতিৰ অভিব্যক্তিৰ ইতিহাসৰ কাৰণে অতি আৱশ্যকীয় সাহিত্যিক সমল। প্ৰৱৰসেন আছিল কালিদাসৰ প্ৰায় সমসাময়িক। প্ৰাকৃত হিচাবেও ইমান প্ৰাচীন মহাকাব্য প্ৰাকৃততো বৰ্তমান নাই। যি দুই এখন আছিল প্ৰাচীন যুগতে লুপ্ত হ'ল। এই মহাকাব্যখন মহাৰাষ্ট্ৰী প্ৰাকৃতত লিখিত। প্ৰাকৃতত সৰু সৰু গীতি কবিতাৰ সংগ্ৰহ—গাথা সপ্তশতী আদিহে পোৱা যায়। কিন্তু মহাকাব্য বেছি নাছিল। এইখনেই একমাত্ৰ এতিয়ালৈকে প্ৰচলিত প্ৰাচীন প্ৰাকৃত মহাকাব্য। এইখন লিখি উলিয়াওঁতে সন্দিকৈ ডাঙৰীয়াৰ প্ৰায় এটা যুগ লাগিছিল। ইয়াত প্ৰাকৃত সাহিত্য সম্পৰ্কীয় ভালেমান বিষয়ৰ সমালোচনা শ্ৰীসন্দিকৈয়ে আগবঢ়াইছে।

প্ৰৱৰসেনেই আটাইতকৈ প্ৰাচীন লিখক যি কেৱল ৰামৰ বিষয়ে বাল্মীকি ৰামায়ণৰ লগত সঙ্গতি ৰক্ষা কৰি এখন মহাকাব্য ৰচনা কৰিছিল। সন্দিকৈদেৱে লিখা পাতনিখনৰ চতুৰ্থ খণ্ডৰ 'The Setubandha and the Ramayana' বোলা অংশত উল্লেখ কৰিছে—

"Pravarasena is one of the earliest writers to have

composed a kavya exclusively on the subject of Rama in conformity with the Valmiki-Ramayana."

এই মহাকাব্যখনৰ মূল বিষয়-বস্তু হ'ল—ৰামায়ণৰ উত্তৰ ভাগৰ কথা-বস্তু লৈ এইখন মহাকাব্য লিখা হৈছে। মূল কথা হ'ল—সেতুবন্ধৰ পৰিকল্পনা কৰা। প্ৰথমে পৰিকল্পনা নোহাৰাকৈ সেতু বান্ধিবলৈ যোৱাত সেতু বান্ধ নেখালে। পিছত নলে পৰিকল্পনা কৰা মতেহে সেতু বান্ধিব পৰা হ'ল। পৰিকল্পনাৰ মূল্য দেখুওৱাটোও এই মহাকাব্যৰ উদ্দেশ্য।

সন্দিকৈ ডাঙৰীয়াই 'সেতুবন্ধ'ৰ মূল কথা ভাগৰ সম্বন্ধে তেখেতৰ সুদীৰ্ঘ পাতনিত লিখিছে :—

"The Setubandha of pravarasena deals with a portion of the story of Rama from the return of Hanumat from Lanka with the tidings of Sita to the death of Ravana, with special emphasis on the construction of the great causeway between the mainland and the island."

সেতুবন্ধৰ প্ৰথম অনুবাদ :—এই প্ৰাকৃত মহাকাব্যখন প্ৰথমে জাৰ্মানিত এগৰাকী জাৰ্মান পণ্ডিত গল্ডস্মীটে ( Goldschmidt ) ছপা কৰি উলিয়ায় ১৮৮০ চনত। কেৱল প্ৰকাশেই নহয় জাৰ্মান ভাষালৈ অনুবাদো কৰে। কিন্তু এই মহাকাব্যখনৰ তিনটা প্ৰাচীন সংস্কৰণ ( Recension ) আছিল। উত্তৰ ভাৰতীয়, দক্ষিণ ভাৰতীয় আৰু পূৰ্ব ভাৰতীয় বা বঙ্গীয় ( গৌড়ীয় )। প্ৰথমে ইয়াৰ জাৰ্মান অনুবাদ কৰিছিল জাৰ্মান পণ্ডিত গৰাকীয়ে উত্তৰ ভাৰতীয় সংস্কৰণ অনুযায়ী সন্দিকৈয়েও প্ৰথমতে এই সংস্কৰণমতেই অনুবাদ কৰিছিল। কিন্তু এই সংস্কৰণ অনুযায়ী অনুবাদ কৰাত বহুত আসোঁৱাহ ওলোৱাত আৰু অনেক কথা দুৰ্বোধ্য বুলি গণ্য হোৱাত সন্দিকৈয়ে অনুবাদৰ কাম বন্ধ ৰাখি এই মহাকাব্যৰ অন্যান্য প্ৰাচীন টীকা ভাৰতৰ সকলো ঠাইৰ পৰা সংগ্ৰহ কৰিবলৈ ধৰে। এই সংগ্ৰহ কাৰ্য্য কৰি দিয়ে সন্দিকৈৰ বন্ধু ডঃ পৰশুৰাম কৃষ্ণ গোডে আৰু ডঃ আদিনাথ নেমিনাথ উপাধ্যেয়ে। এই টীকাবিলাক

সংগ্ৰহ হ'লত আটাইবিলাক সংশোধন কৰি তাৰ বেছি ভাগ তেওঁ কৰা ইংৰাজী অনুবাদৰ ওপৰঞ্চিস্বৰূপে দিবলৈ ঠিক কৰে। অৱশেষত অনুবাদৰ কামতকৈও এই টীকাবিলাকৰ সংশোধন কাম বেছি কঠিন আৰু দুৰূহ হৈ উঠে আৰু এই বিলাকতে তেখেতৰ কেইবা বছৰো সময় অতিবাহিত হয়। কিন্তু উত্তৰ ভাৰত, দক্ষিণ ভাৰত আৰু বঙ্গীয়— এই আটাইবোৰ মিলাই প্ৰকৃত পাঠ নিৰ্দ্ধাৰণ কৰি অনুবাদ কৰাৰ ফলত অনুবাদ আগতকৈ সৰল আৰু সুগম হয়।

অনুবাদৰ অংশত অনুবাদৰ সম্বন্ধে সন্দিকৈ ডাঙৰীয়াই কৈছে :— "In a translation based on different commentaries containing many alternative explanations, it is not always easy to hit upon the right meaning of a word or a phrase, especially on account of the vagueness of prakrit as a midium of expression; and there will always be room for improvement in the rendering of particular verses .......The extracts from the commentaries appended to the translation contain adequate material for an evaluation of the different interpretations and variant readings."

"এই মহাকাব্যখনৰ অনুবাদৰ কাম কিয় হাতত ল'লে" বুলি এটা প্ৰশ্ন সোধাত সন্দিকৈ ডাঙৰীয়াই কৈছিল যে এই মহাকাব্যৰ অনুবাদ কেৱল জাৰ্মান ভাষাতহে আছে আৰু ইংৰাজী ভাষাত নাই সেই বুলিয়ে অনুবাদৰ কাম হাতত লোৱা নাছিল। ইয়াৰ আটাইকেউটা প্ৰাচীন সংস্কৰণ আৰু সেই অনুসৰি প্ৰাচীন টীকা আটাইবিলাকৰ তুলনামূলক অধ্যয়ন নকৰিলে এই কাব্যখনৰ প্ৰকৃত অনুবাদ কৰা অসম্ভৱ আছিল। সেই কাৰণেই সন্দিকৈ ডাঙৰীয়াই আগেয়ে কৰা প্ৰায় পাঁচ শ শ্লোকৰ অনুবাদ নিজেই অগ্ৰাহ্য কৰি আকৌ অনুবাদৰ কাম কৰিবলগা হ'ল। এই গোটেইখন গ্ৰন্থ নিজ হাতে সুন্দৰকৈ লিখি ছপাশালালৈ পঠাওঁতে তেওঁৰ বহুত পৰিশ্ৰম আৰু সময় লাগিছিল। এই সম্বন্ধে বিস্তাৰিত-

ভাৱে সন্দিকৈ ডাঙৰীয়াই ইংৰাজীত লিখা 'সেতুবন্ধ' নামৰ গ্ৰন্থখনিত উল্লেখ কৰিছে।

সন্দিকৈ ডাঙৰীয়াই আৰু কয় যে জাৰ্মান সংস্কৰণ আৰু অনুবাদ ওলোৱা এক শতাব্দীৰ ওচৰা-উচৰি হ'ল। এই সময়ৰ ভিতৰত অনেক প্ৰাকৃত আৰু অপভ্ৰংশ গ্ৰন্থ প্ৰকাশ হৈছে আৰু প্ৰাকৃত ভাষা আৰু সাহিত্যৰ বিষয়ে নানা আলোচনা হৈছে। এই সকলোবিলাক গ্ৰন্থ আৰু আলোচনা আয়ত্ত কৰি সেতুবন্ধৰ কাম সমাধা কৰোতেও তেওঁৰ বহুত সময় খৰচ হৈছে।

এই কাব্যখনৰ বিভিন্ন পাঠ, অনুবাদ আৰু টীকা-ভাষ্যৰ বিস্তীৰ্ণতাৰ কাৰণেই প্ৰাকৃত টেক্স্‌ট্‌ চচাইটিয়ে ছপাবলৈ বিশেষ আগ্ৰহ প্ৰকাশ কৰে। পুৰণি পুথিবিলাকৰ ভিতৰত এখন দুষ্প্ৰাপ্য টীকাৰ বম্বে বিশ্ববিদ্যালয়ে এটা 'ফটোষ্টেট্‌' কপি দিয়ে আৰু বাকীবোৰৰ বেলেগ বেলেগ ঠাইৰ পৰা হাতে লেখা নকল পায়।

সন্দিকৈ ডাঙৰীয়াৰ কিতাপখন প্ৰকাশ কৰিবৰ কাৰণে প্ৰাকৃত টেক্সট চচাইটিৰ হৈ সন্দিকৈদেৱৰ বন্ধু বৰ্তমান মহীশূৰ বিশ্ববিদ্যালয়ৰ জৈন পুৰাতত্ত্ব আৰু প্ৰাকৃতৰ অধ্যাপক ডঃ আদিনাথ নেমিনাথ উপাধ্যেয়ে ১৯৬৪ চনত যোৰহাটলৈ আহি সন্দিকৈক ব্যক্তিগতভাৱে বিশেষ অনুৰোধ কৰে। সুদীৰ্ঘ কুৰি বছৰৰ ওপৰ কাল সন্দিকৈয়ে উপাধ্যেৰ লগত যদিও চিঠি-পত্ৰৰ আদান-প্ৰদান ৰাখিছিল, তথাপি যোৰহাটত তেওঁক ১৯৬৪ চনতহে লগ পায় আৰু তেতিয়াৰে পৰা তেওঁৰ লগত ঘনিষ্ঠ সম্বন্ধ হয়।

জীৱনৰ এটা দীঘলীয়া কালৰ পৰিশ্ৰমৰ ফলত সন্দিকৈ ডাঙৰীয়াই তেওঁৰ জীৱনৰ তৃতীয় সাহিত্যিক কীৰ্ত্তিস্তম্ভ গঢ়ে। অথচ, আৰ্থিক লাভালাভলৈ নেচাই এককালীন দানস্বৰূপে তেওঁ প্ৰাকৃত টেক্সট্‌ চচাইটিলৈ এই অমূল্য গ্ৰন্থখনি আগবঢ়ায়। এই গ্ৰন্থখনি উক্ত অনুষ্ঠানে গ্ৰহণ কৰি নিম্নলিখিত পত্ৰখনি প্ৰেৰণ কৰে।

প্ৰঃ নং ৯৬।৬৯—প্ৰাকৃত টেক্সট্‌ চচাইটি—আহমদাবাদ

১।৯।১৯৬৯

প্ৰিয় অধ্যাপক সন্দিকৈ,

মই আপোনাক জনাবলৈ পাই বৰ সুখী হৈছো যে আপুনি প্ৰাকৃত টেক্সট্ চচাইটিক দিয়া উপহাৰৰ কাৰণে যোৱা জুলাই মাহৰ ১৩ তাৰিখে ইয়াৰ পৰিচালনা সমিতিয়ে আপোনাৰ সেই দান গ্ৰহণ কৰি এটা প্ৰস্তাৱ পঠাইছে। আপোনাৰ পাণ্ডিত্যপূৰ্ণ 'সেতুবন্ধ'ৰ সংস্কৰণ বাস্তবিকতে একাধিক কাৰণে এই চচাইটিৰ বাবে অতি মূল্যবান সম্পত্তিৰূপে পৰিগণিত হ'ব। মই ইয়াৰ দ্বাৰা চচাইটিৰ হৈ আপোনাক আমাৰ গভীৰ কৃতজ্ঞতা আৰু আন্তৰিক ধন্যবাদ জনাইছো যিহেতু আপুনি নিস্বাৰ্থ আৰু উদাৰ দৃষ্টিভঙ্গীৰে এই চচাইটিলৈ দয়া প্ৰদৰ্শন কৰিছে।

আপোনাৰ বিশ্বাসী

স্বাঃ—

সচিব

প্ৰস্তাৱটোৰ অসমীয়া অনুবাদ তলত দিয়া হ'ল—

"প্ৰস্তাৱ কৰা হয় যে অধ্যাপক কে. কে. সন্দিকৈয়ে এই চচাইটিলৈ দানস্বৰূপে আগবঢ়োৱা তেওঁৰ 'সেতুবন্ধ'ৰ সংস্কৰণ ১৯৬৮ চনত ডঃ এ. এন. উপাধ্যেলৈ প্ৰেৰণ কৰা চিঠিৰ চৰ্ত অনুযায়ী গ্ৰহণ কৰা হয়। প্ৰাকৃত টেক্সট্ চচাইটিয়ে অধ্যাপক সন্দিকৈদেৱক তেওঁৰ এই উদাৰ দানৰ কাৰণে ধন্যবাদ জ্ঞাপন কৰে আৰু এই কমিটিয়ে তেওঁৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰে।"

মূল ইংৰাজী চিঠিখন আৰু প্ৰস্তাৱৰ নকল তলত দিয়া হ'ল—

PRAKRIT TEXT SOCIETY
( Registered under Act XXI, 1860 )
VARANASI-5.

Ref. No. 96/69,

L. D. Institute of Indology,
Near Gujarat University,
AHMEDABAD-9. (India)
Date 1-9-69.

Dear Prof. Handiqui,

I have great pleasure in conveying to you

the enclosed resolution about the acceptance of your gift offer to the Prakrit Text Society, that its managing Committee passed at its last meeting held on 13th July 1969. Your scholarly edition of the *Setubandha* would certainly be a valuable asset to the Society in more than one sense. I hereby convey on behalf of the Society, our deep sense of gratitude and sincere thanks for your selfless and generous gesture to the Society.

Yours faithfully,

Sd/—

Secretary.

Resolved that the offer of Prof. K. K. Handiqui to hand over to the Society his edition of the Setubandha as per terms and conditions specified in his letter to Dr. A. N. Upadhye dated August 14, 1968 is accepted. The Prakrit Text Society sincerely thanks Prof. Handiqui for this generous gift and the Committee records its sense of gratitude to him.

**প্ৰাকৃত টেক্সট্ চচাইটি** :—ডঃ ৰাজেন্দ্ৰ প্ৰসাদ ভাৰতৰ ৰাষ্ট্ৰপতি হৈ থাকোতে তেওঁৰ পৃষ্ঠপোষকতাত এই চচাইটি স্থাপন হয়। ডঃ ৰাজেন্দ্ৰ প্ৰসাদেই আছিল ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি। কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্যিক চৰকাৰৰ পৰা পোৱা কেইবা লাখ টকাৰ দানতে এই সমিতি স্থাপন হয়। অসম চৰকাৰৰো কিছু টকা ইয়াত আছে। কিন্তু সাধাৰণতে এই সমিতিৰ কিতাপ প্ৰকাশৰ কাৰণে ইয়াৰ অনেক কিতাপৰ ছপোৱা খৰচ আহমেদাবাদৰ এজন নে দুজন মিল মালিকে দি আছে বুলি সন্নিকৈৰ পৰা জনা গ'ল।

---

## ১৮

# ডেক্কান কলেজ আৰু সন্দিকৈ ডাঙৰীয়া

সন্দিকৈ ডাঙৰীয়াক এটা প্ৰশ্ন সোধা হৈছিল—"আপুনি পোৱা সকলো সন্মানৰ ভিতৰত কোনটো সন্মান পাই নিজে বেছি সুখী হৈছে আৰু মূল্য দিছে ?" তাৰ উত্তৰত সন্দিকৈ ডাঙৰীয়াই কৈছিল যে তেখেতে পোৱা সকলো সন্মানৰ ভিতৰত ডেক্কান কলেজে দিয়া সন্মানিত সদস্য পদ ( Honorary Fellowship ) পায়েই আটাইতকৈ বেছি সুখী হৈছে ডেক্কান কলেজে সন্দিকৈ ডাঙৰীয়াক এই সন্মান যাচে—১৯৬৮ চনত। এই সংক্ৰান্তত সন্দিকৈ ডাঙৰীয়াই ডেক্কান কলেজৰ সম্বন্ধে ভালেখিনি জানিবলগীয়া কথা কয়। লগতে এই কলেজৰ লগত থকা তেখেতৰ ব্যক্তিগত সম্বন্ধৰ বিষয়েও বিবৰি কয়।

**ডেক্কান কলেজৰ জন্ম :**—জয়জয়তে ডেক্কান কলেজ পুণা সংস্কৃত কলেজৰূপে ১৮২১ চনত প্ৰতিষ্ঠিত হয়। পশ্চিম ভাৰতত বৃটিছ-সকলে পতা ডেক্কান কলেজ আৰু এল্‌ফিনষ্টন্ কলেজৰ ভিতৰত ডেক্কান কলেজেই পুৰণি। এই কলেজখনতে এদিন অধ্যক্ষৰূপে কাৰ্য্য পৰিবহন কৰিছিল—প্ৰখ্যাত লেখক আৰু 'এচিয়াৰ জ্যোতি'ৰ ( Light of Asia ) ৰচয়িতা চাৰ এডউইন আৰ্নল্ডে (Edwin Arnold)।

**ডেক্কান কলেজৰ গৱেষণা-কেন্দ্ৰলৈ ৰূপান্তৰ :**—পুণাৰ ডেক্কান কলেজ ১৯৩৪ চনলৈকে বম্বে চৰকাৰৰ দ্বাৰা পৰিচালিত ডিগ্ৰী কলেজ হিচাবে আছিল। সেই বছৰতে কলেজটো বন্ধ কৰি তাৰ বছৰদিয়েকৰ পিচত ১৯৩৯ চনত ইয়াক গৱেষণা প্ৰতিষ্ঠানৰূপে নতুনকৈ সংস্থাপন কৰা হয়। এতিয়া মহাৰাষ্ট্ৰ আৰু ভাৰত চৰকাৰৰ সহযোগত ভাষাতত্ত্ব, পুৰাতত্ত্ব আৰু নৃতত্ত্ব—এইকেইটা বিষয়ত এটা বিস্তীৰ্ণ সৰ্বভাৰতীয় গৱেষণা কেন্দ্ৰত পৰিণত হৈছে। আগেয়ে Linguistic Survey of India ই কৰা গৱেষণাৰ কামবোৰৰ ভাৰ ডেক্কান কলেজৰ ওপৰত দিয়া হৈছে। ইয়াত তেওঁলোকৰ অন্যান্য গৱেষণা-আঁচনিৰ

ভিতৰত আটাইতকৈ ডাঙৰ হৈছে—ঐতিহাসিক প্ৰণালীত এখন সুবৃহৎ সংস্কৃত অভিধান প্ৰণয়ন কৰা। এই অভিধান কেতিয়া ওলাই একো ঠিক নাই। এতিয়া কেৱল প্ৰাথমিক কামবোৰ কৰা হৈছে। প্ৰাচীন সংস্কৃত ভাষাত লিখা যিবোৰ সংস্কৃত অভিধান আগৰে পৰা আছিল প্ৰথমে সেইবোৰ এখন এখনকৈ প্ৰকাশ কৰা হৈছে। পাণিনি ব্যাকৰণৰ বেলেগ অভিধান ৰচনা কৰা হৈছে।

১৯৪৮ চনত পেৰিচ বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ বিখ্যাত অধ্যাপক স্বৰ্গীয় এল. ৰণু ডেক্কান কলেজলৈ আহি এটা সমিতিৰ সহায়েৰে প্ৰস্তাৱিত সংস্কৃত অভিধানৰ এখন বিস্তৃত আঁচনি প্ৰস্তুত কৰিছিল। সন্দিকৈ ডাঙৰীয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ থাকোতে এই অভিধানৰ সম্পাদনা সমিতিত যোগ দিবৰ কাৰণে তেখেতক আহ্বান কৰিছিল। কিন্তু এই প্ৰসঙ্গত পুণালৈ অহা-যোৱা কৰি থাকিব লাগিব বুলি জনাত শ্ৰীসন্দিকৈ সন্মত নহ'ল। ইয়াৰ পিচত সন্দিকৈ ডাঙৰীয়াৰ নৈষধ চৰিতৰ দ্বিতীয় আৰু তৃতীয় সংস্কৰণ ডেক্কান কলেজেই প্ৰকাশ কৰিছে।

ডেক্কান কলেজৰ লগত সন্দিকৈ ডাঙৰীয়াৰ সম্বন্ধ যথেষ্ট পুৰণি। এই কলেজে প্ৰস্তাৱিত সংস্কৃত অভিধানৰ কাৰণে যিখন পোন প্ৰথম আঁচনি কৰিছিল তাত সন্দিকৈ ডাঙৰীয়াই লিখা 'নৈষধ চৰিত'ৰ অন্তৰ্গত শব্দ-কোষটোৰ বিশেষ উল্লেখ আছিল। 'শব্দ-কোষ'ত বহুত নতুন তথ্য আছিল কাৰণে পণ্ডিতসকলে ইয়াৰ উচ্চ প্ৰশংসা কৰিছিল। তেতিয়াৰ পৰা অভিধান সম্পৰ্কে ডেক্কান কলেজে সন্দিকৈদেৱৰ লগত সম্বন্ধ ৰাখিছিল। সন্দিকৈ ১৯৫১ চনত লক্ষ্ণৌত হোৱা সৰ্ব-ভাৰতীয় প্ৰাচ্য বিদ্যা সন্মিলনলৈ পুৰণি সংস্কৃত শাখাৰ সভাপতি হৈ যায়। তেতিয়াও ডেক্কান কলেজৰ অধ্যক্ষ ডঃ কাট্ৰেই এই অভিধান সম্পৰ্কে তেখেতৰ লগত আলোচনা কৰিছিল।

এই ডেক্কান কলেজৰ সংস্কৃত অভিধান বিভাগৰ [ Sanskrit Dictionary Department (Technical staff) ] বিপুলতা আৰু বিশালতাৰ সম্বন্ধে ইয়াকে ক'ব পাৰি যে বহুতো উচ্চ শিক্ষিত

গৱেষক, সহকাৰী সম্পাদক, গৱেষণা-সহায়ক আদিৰে সৈতে ৩৬ জন লোকে কাম কৰি আছে। অভিধান সংক্ৰান্ত সকলো খৰচ ভাৰত আৰু মহাৰাষ্ট্ৰ চৰকাৰৰ বাহিৰেও 'ইউনেস্কো' আৰু কেইবাখনো বিশ্ববিদ্যালয়ে বহন কৰিছে।

এই কলেজে বিশিষ্ট দুই-চাৰিজন ব্যক্তিক মাজে-সময়ে সন্মানিত সদস্য (Honorary Fellow) কৰাৰ নিয়ম আছে। ১৯৬৮ চনত মহাৰাষ্ট্ৰ চৰকাৰৰ সন্মতি লৈ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক এই "ফেল'শ্বিপ"ৰ কাৰণে নিৰ্বাচন কৰা হয়। ১৯৭১ চনৰ আগষ্ট মাহত ডেক্কান কলেজৰ দেৰ শ বছৰীয়া প্ৰতিষ্ঠা-দিবস উৎসৱ ভাৰতৰ ৰাষ্ট্ৰপতি বৰাহগিৰি ভেঙ্কট গিৰিৰ পৌৰোহিত্যত সম্পন্ন হয়। এই উপলক্ষে ডেক্কান কলেজৰ অধ্যক্ষ ডঃ এইচ্. ডি শঙ্কলিয়াই সন্দিকৈ ডাঙৰীয়ালৈ এটা শুভেচ্ছা বাণী বিচাৰি তলত দিয়া চিঠিখন দিছিল—

—ডেক্কান কলেজ—

[ স্নাতকোত্তৰ আৰু গৱেষণা অনুষ্ঠান ]

ডঃ এইচ্. ডি. শঙ্কলিয়া ক্ৰমাঙ্ক—৭০১/৫৪৬৫

সঞ্চালক। ৫ আগষ্ট—১৯৭১

প্ৰিয় অধ্যাপক সন্দিকৈ,

আপুনি জানি সুখী হ'ব যে ডেক্কান কলেজে দেৰ শ বছৰীয়া প্ৰতিষ্ঠা-দিবস ভাৰতৰ ৰাষ্ট্ৰপতি ভি. ভি. গিৰিৰ পৌৰোহিত্যত ১৯৭১ চনৰ আগষ্ট মাহৰ ২০ তাৰিখে পাতিবলৈ স্থিৰ কৰিছে। এই কলেজৰ এজন সন্মানিত সদস্য আৰু অমূল্য ৰত্ন হিচাবে কলেজে আপোনাৰ সহযোগিতা কামনা কৰিছে। আমি আশাকৰোঁ। আপুনি সেই উৎসৱত যোগ দি উৎসৱৰ জেউতি চৰাব। যদি আপুনি আহিব নোৱাৰে তেন্তে কলেজৰ কাৰণে আপোনাক এটা উপযুক্ত বাণী দয়া কৰি প্ৰেৰণ কৰিবৰ কাৰণে মই অনুৰোধ জনাওঁ।

শ্ৰদ্ধাসহকাৰে আপোনাক ধন্যবাদ জনালোঁ।

আপোনাৰ বিশ্বস্ত

স্বাঃ—

Deccan College
Post-graduate & Research Institute
Poona 6 No. 701/5465
(INDIA) 5th August, 1971

From :—

Dr. H. D. Sankalia,
Director,

Dear Prof. Handiqui,

You will be glad to know that the Deccan College is celebrating its 150th Foundation Day on 20th August, 1971 at the hands of the President of India, Sri. V. V. Giri. The College cherishes your close association with it as an Honorary Fellow as its valuable treasure. We hope you will make it possible to attend the function & grace the occasion. If you are unable to be present in person on this occasion, I am to request you kindly to favour the college with a suitable message for it.

Thanking you and with best regards.

Yours Sincerely,
Sd/-
(H D Sankalia)

এই দেৰ শ বছৰীয়া প্ৰতিষ্ঠা-দিৱস উপলক্ষে ডেক্কান কলেজে উলিওৱা স্মৃতি গ্ৰন্থৰ Bulletin of the Daccan College, Vol XXX ] পৰা জনা যায় যে ১৯৭১ চনলৈকে ডেক্কান কলেজে 'অনাৰেৰী ফেলশিপ' মাত্ৰ পাঁচজন ব্যক্তিকহে দিছে।

১। অধ্যাপক চাৰ ৰাল্ফ টাৰ্ণাৰ, লণ্ডন প্ৰাচ্য মহাবিদ্যালয়ৰ ভূতপূৰ্ব অধ্যক্ষ (London School of Oriental Studies)।

Handiqui, who by his translation and notes proved himself one of the best-equipped scholars of the land." *Indian Culture.*

In the Panjab Oriental Series which is devoted to the publication of rare and unpublished works in oriental studies, this book has recently appeared as No. 23, and it contains an English translation of "Naishadhacharita" in full by Mr K. K. Handiqui of Jorhat. "Naishadha," it may be remembered is one of the five popular Mahakavyas or great poems in Sanskrit literature, the other four being Kalidas's "Raghuvamsa" and "Kumarasambhava," Bharavi's "Kiratarjuniya" and Magha's "Sisupalavadha," and it is one of those literary works that continue down to the present day to be read by students studying in the traditional method. Of the said five Mahakavyas, "Naishadha" is perhaps the toughest ; as will be evident from the saying "Naishadham Vidvad Oushadham" ( "Nishadham is the medicine of the learned" ). In order to place this work within the easy reach of students in our English colleges with their poor equipment in Sanskrit there has been a long-felt need for an English rendering of the text, and this has been amply satisfied by the present book which contains a translation of all the 22 sargas of the poem. The translation is literal but idiomatic, concise and yet exhaustive, happily worded, and it brings out the beauties of the original as far as a translation can. The book will be a useful guide both to the student and to the scholar.

Besides the two commentaries of Mallinatha and Narayana that have seen the light of print, the translator refers to six other commentaries, those of Chandu Pandita, Vidyadhara, Isanadeva, Narahari, Visvesvara, and Jinaraja from which valuable extracts are given in an appendix, some of which disclose a number of variant readings of the text. The author gives a comparative estimate of the different commentaries and discusses their chronology. A separate appendix summarises the

philosophical tenets referred to in the poem with a historical and critical treatment of each, e. g., the atomic theory of the Nyaya Vaiseshika school, the Nyaya conception of salvation, the Mimamsa theories of the absence of Godhead, of the self-evident validity of cognitions, the Prabhakara theory of the denial of illusion. the Sankhya doctrine of causality, the Vedantic doctrine of the realisation of Truth, some Buddhistic and Charvaka doctrines and so on. Allusions to Dattatreya, Radha and similar other deities of latter-day recognition are also explained in another appendix. At the end of the book is also given a very useful vocabulary which gives the meanings of difficult words, technical terms and other terms worthy of note with critical and philological notes and a large number of quotations. In short, Mr. K. K. Handiqui has placed the Sanskrit-reading public under a deep debt of gratitude by bringing out for the first time a complete translation of the text of "Naishadha" with all the critical notes and variant readings noticed in the several appendices in the book.

*Hindu Madras.*

Amongst the five Mahakavyas, Sri Harsa's Naishadhacarita ranks foremost. It is one of the most difficult Sanskrit Kavyas and an English Translation of this work was a longfelt desideratum. Any translation would have been welcome, but the present one is doubly welcome as it is from the pen of so eminent a scholar as Professor Handiqui, who has spared no pains to make the difficult Naishadha understandable even by an ordinary University student.

In the Introduction, Prof. Handiqui has given a critical account of the Mss. as well as of the intrinsic merit of the commentaries of (1) Candupandita, (2) Vidyadhara, (3) Isanadeva, (4) Narahari. (5) Visvesvara, (6) Jinaraja, (7) Mallinatha and (8) Narayana. Out of these, the commentaries of Mallinatha and Narayana are printed.

Extracts from the Mss. of the remaining six commentaries, together with various readings in the Text, are quoted and discussed in detail by Prof. Handiqui in his Notes. Of these six unpublished commentaries, the Dipika of Candupandita is the most learned, and there are few Kavya commentaries which can compare with it in the extent and variety of its references. Prof. Handiqui in his Introduction has given us also the names of authors and works quoted in the various commentaries used by him.

The Introduction is followed by a Synopsis of the story in the different cantos. After the Synopsis we have the translation. The language of the translation is very lucid and clears all the obscure idioms of Naishadha. Of course, there will always be room for difference of opinion, and improvement, but on the whole the translation and the explanatory footnotes are excellent. The Notes following the translation as already mentioned above, give copious extracts from the various commentaries and discuss the various readings adopted by different commentaries.

The most valuable portion of the work are the Appendices attached to it In Appendix I, Prof. Handiqui discusses the Philosophical allusions in the Naishadha. It was natural for Sri Harsa, the author of Khandanakhandakhadya. to indulge in philosophical allusions and references even in his Kavya. Prof. Handiqui has very ably and in a masterly fashion elucidated the various allusions to Nyaya-Vaisesika, Mimamsa, Sankhya Yoga, Vedanta, Buddhism and Jainism. Prof. Handiqui has gone to the original sources of these systems and has quoted the references in full. For instance, he has very ably differentiated between the Naiyayika and Vaisesika conception of Mukti, and has dilated upon Bhasarvajna's position with regard to mukti. We have to resist the temptation of discussing the various theories alluded to in Appendix I, as the space at our command is limited. We, therefore,

pass on to Appendix II explaining minor allusions. Here, the mythological allusions to Dattatreya, white Hair of Visnu, etc. are traced to various Puranas and the position of the Buddhist goddess Tara in the Hindu pantheon is fully discussed.

The last but the most important portion of the work is the Vocabulary of difficult or unusual words used in the work. One of the interesting words discussed here is 'ululu'. It is commonly believed that this peculiar and auspicious sound is made by women of Bengal at the time of marriage. The commentator Narayana, while commenting upon XIV, 51, says It is perhaps this remark which led the late Pandit Nilakamala Bhattacharya, M. A., Professor of Sanskrit, Benares Hindu University, to advance the proposition that Sri Harsa was Bengali. (See Naishadha and Sri Harsa—The Sarasvati Bhavana Studies, Vol. III, pp. 159-194). But Prof. Handiqui is quite right in saying: There is, however, nothing to warrant Narayana's statement as references to the ululu sound are found in writers belonging to various parts of India. We perfectly agree with Prof. Handiqui and the references to various writers given here are very important.

Dr Har Dutt Sharma, M. A.,
Ph. D in The Poona Orientalist.

[ শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ ইচ্ছানুযায়ী শ্ৰীঅজিতকুমাৰ শৰ্মাৰ তলত দিয়া প্ৰবন্ধটোৰ অংশ বিশেষ এই পৰিশিষ্টত দিয়া হ'ল। বন্ধুবৰ শৰ্মাই অতি আগ্ৰহেৰে অনুমতি দিয়াত কৃতাৰ্থ হ'লো—আব্দুছ ছাত্তাৰ ]

# শিক্ষাবিদ সন্দিকৈৰ ব্যক্তিত্ব

[ অধ্যাপক অজিতকুমাৰ শৰ্মা ]

কৃষ্ণকান্ত সন্দিকৈ সংস্কৃত সাহিত্যৰ এজন বিশ্ব-বিখ্যাত পণ্ডিত। সন্দিকৈ গুৱাহাটী বিশ্ববিত্যালয়ৰ প্ৰথম উপাচাৰ্য্য তথা প্ৰথম অসমীয়া উপাচাৰ্য্য। তেখেত অসমৰ প্ৰথম বেচৰকাৰী কলেজ যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ প্ৰথম অধ্যক্ষ। শ্ৰদ্ধেয় শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ দেৱৰ পৰিচয় সুধিলে সাধাৰণতে উক্ত কথাকেইটাকে জনাসকলে ক'ব। তাৰ ওপৰত হয়তো দুই-একে তেখেতে সম্পাদন কৰা "নৈষধ-চৰিত", 'যশস্তিলক' আদি গ্ৰন্থৰ নাম কেইটাও উল্লেখ কৰিব। কিন্তু আমাৰ প্ৰথম উপাচাৰ্য্য এইজন পণ্ডিত, শিক্ষাবিদ তথা শিক্ষকৰ ব্যক্তিত্বৰ মহত্ব উপলব্ধি কৰিবলৈ হ'লে মানুহজনক চিনি পাব লাগিব।

বয়সৰ লেখত সন্দিকৈদেৱে ৭৩ চেৰাই ৭৪ বছৰত ভৰি দিছে। কিন্তু তেখেতৰ দৈনিক নিৰ্দিষ্ট কাৰ্য্যসূচীৰ বৰ বেছি হীন-ডেঢ়ি হোৱা নাই। বন্ধা নিয়মত দৈনিক ছঘণ্টাকৈ পুথি-সম্পাদনাৰ কামত ব্যাঘাত ঘটিবলৈ তেখেতে দিয়া নাই। চাৰি বছৰমানৰ আগতে মেডিকেল কলেজত তেখেতে এটি অস্ত্ৰোপচাৰ কৰাব লগা হৈছিল এই চিকিৎসাৰ আগলৈকে তেখেতৰ দৈনিক কামৰ ৰুটিন আছিল দহঘণ্টাৰ। শাৰীৰিক অসুস্থতাই মাজতে অলপ দিন অৱশ্যে আমনি দিছিল; সহধৰ্মিনীৰ বিয়োগৰ পাচতো কিছুদিনলৈ তেখেতক চিন্তাগ্ৰস্ত দেখা গৈছিল। কিন্তু এইবোৰ সাময়িক বিপত্তিয়ে তেখেতৰ মনৰ উদ্যম আৰু সংকল্প—কোনোটোতেই বাধা দিব পৰা নাছিল।

মেডিকেল কলেজৰ চিকিৎসাৰ পাছত সন্দিকৈদেৱৰ দৈনিক কাৰ্য্য-

সূচীত এটি মাত্ৰ সংশোধন দেখা পালোঁ। আগবছোৱাত তেখেতে ৰাতিপুৱা দহমান বজাত সদায় হাতত ছুৰী কটাৰি এখন লৈ ঘৰৰ আগত থকা ফুলনিত কেশা ফুলৰ ঠাৰি-পাত কাটি ফুল কেইজোপাৰ আপ-ডাল কৰিছিল। সেইটো সময়ত তেখেতৰ ওচৰলৈ গ'লে কিনকিনীয়া ৰৰষুণৰ মাজতো পৰিচিত কাটাৰিখনেৰে সৈতে তেখেতক ফুলনিৰ মাজতহে দেখা পোৱা গৈছিল। পিচে, আজিকালি সেই অভ্যাস এৰি দিছে। ডাক্তৰৰ পৰামৰ্শমতেহে তাকো এৰিব লগা হ'ল। আজিকালি মাত্ৰ গধূলি এপাক ফুৰিবলৈ যায়। আদৰৰ ফুলনিখন তেখেতৰ নিজ হাতৰ আপডালৰ পৰা বঞ্চিত হ'ব লগা হ'ল। কিন্তু ঘৰৰ সন্মুখৰ ফুল কেইজোপা সন্দিকৈৰ বৰ আপোন। এই প্ৰসঙ্গত কথা এষাৰ মোৰ আজিও মনত আছে। কেবাবছৰো হ'ল তেখেতৰ দ্বিতীয় জীয়েকৰ বিয়ালৈ গৈছিলোঁ, জা-জলপান খাই তেখেতক মাত দিবলৈ গ'লোঁ। তেতিয়া নিজৰ ঘৰটোৰ বাৰান্দাতে তেখেতে হাতত ছুৰী কটাৰি লৈ বহি আছে। মই যোৱা মাত্ৰকেই মাত লগালে-'তুমি আহিলা, বৰ ভাল হ'ল। বিয়া খনত অলপ চকু দিবা"। সম্ভাষণ জনাই মই যেতিয়া সুধিলো, "আপুনি দেখোন বভাঘৰত নেথাকি ইয়াতহে বহি আছে?" উত্তৰ পালোঁ।—"এ, মই ইয়াতে বহি আছো, ফুলনিখনত গৰু-ছাগলী সোমাই নষ্ট কৰিব পাৰে। চাই আছো।"

সেই সময়ত তেখেতৰ যোৰহাটৰ ঘৰত দেখা কৰিবলৈ যিমানবাৰ গৈছো, প্ৰায় প্ৰতিবাৰেই তেখেতক ফুলনিতে পাইছোঁগে; এবাৰ যাওঁতে হাতৰ মুঠিত কটাৰি লৈয়েই বাৰান্দাত বহি মোৰ লগত প্ৰায় দুঘণ্টা নানান কথা পাতিলে। সেই দিনাই প্ৰবৰসেনৰ "সেতুবন্ধ" কাব্যৰ বিষয়ে বৰ্ণনা কৰিছিল। সেই দিনাৰ আন এটা কথা সদায় মনত থাকিব, কথা পাতি থাকোঁতেই দুপৰীয়া প্ৰায় বাৰ বাজিলগৈ। এনেতে এপাকত তেখেতৰ হাত-ঘড়ীত মোৰ চকু পৰিল। দেখিলোঁ তেখে-তৰ ঘড়ীত দুই বাজিছে। আচৰিত হৈ "এতিয়াই দুই বাজিলনে?" বুলি সুধিলত উত্তৰ পালোঁ—"নহয় মোৰ ঘড়ীটো আগবঢ়াই থওঁ।" সন্দিকৈয়ে ভপৰাই কোৱা এইষাৰ কথা আজিও মোৰ বাবে সাঁথৰ হৈয়েই

থাকিল। কিয়নো, ইমান আগবঢ়াই কিয় থয় বুলি সুধিছিলোঁ। যদিও সেই সময়ত তেখেতে উত্তৰত একো ভাঙি নকৈ মাত্ৰ পাতল হাঁহি এটা মাৰি মোৰ প্ৰশ্নটো সামৰি থ'লে।

এনে বহুতবোৰ সৰু-সুৰা ঘটনা আছে য'ত সন্দিকৈৰ ব্যক্তিত্বৰ সূক্ষ্ম পৰিচয় পোৱা যায়। ১৯৪৯ চনত অসমৰ এজন মন্ত্ৰীয়ে কথা প্ৰসঙ্গত হেনো উপাচাৰ্য্য সন্দিকৈক লগ পাবলৈ গুৱাহাটীলৈ আহিছিল। ৬৪ মাইল বাট আহি যেতিয়া তেওঁ উপাচাৰ্য্যৰ বাসস্থানত সন্দিকৈক দেখা কৰিবলৈ গ'ল তেতিয়া তেওঁক জানোৱা হ'ল সেই সময়ত কথা হ'বলৈ উপাচাৰ্য্যৰ সময় নাই। মন্ত্ৰী গৰাকীয়ে এই সাক্ষাতৰ বাবে আগতীয়াকৈ কোনো সময় নিৰ্দ্ধাৰণ কৰা নাছিল। এতেকে তেওঁ পুনৰ ছিলঙলৈ উভতি যাব লগা হ'ল উপাচাৰ্য্যক লগ নোপোৱাকৈয়ে। ঘটনাটো বিবৰি মন্ত্ৰীগৰাকীয়ে অৱশ্যে শেহত এই বুলি মন্তব্য কৰিছিল— "সন্দিকৈয়ে এনে কৰাত প্ৰথমতে মই বেয়া পাইছিলোঁ, কিন্তু পিছত ভাবি চাই দেখিলোঁ সন্দিকৈৰ নিচিনা ভাইচ-চেন্সেলাৰ হ'লেহে আমাৰ ল'ৰাবোৰ ঠিক হ'ব। তেওঁ যাকেতাকে দেখা নকৰাৰ বাবেহে তেওঁলৈ ভয় এটা আছে।" মন্ত্ৰীৰ দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে এই মন্তব্য এক প্ৰকাৰ সত্য। কিন্তু লক্ষ্য কৰিব লগীয়া আচল বস্তু হ'ল সময় জ্ঞানৰ সম্যক দৃষ্টিহে। মন্ত্ৰী গৰাকীৰ মন্তব্যৰ সত্যতাৰ প্ৰমাণো মই নিজেই পাইছোঁ। এবাৰ মেট্ৰিক পৰীক্ষা সংক্ৰান্তত গোলাঘাটত কেবাদিনো থাকিব লগীয়া হৈছিল। পৰীক্ষা চলি থকা অৱস্থাত এদিন পৰীক্ষা কেন্দ্ৰলৈ যাওঁতে বাটতে মোৰ আগে আগে দুজন পৰীক্ষাৰ্থীয়ে কথা পাতি গৈ আছিল, এজনে আনজনক বুৰঞ্জী পৰীক্ষাত নকল কৰাৰ অভিপ্ৰায়ৰ কথা কৈছিল। পিচে লগৰীয়াজনে ভেকাহি মাৰি দিয়া উত্তৰ দিলে তাকে শুনি তবধ মানিলোঁ। উত্তৰটো আছিল এনে— "নকল কৰি মৰিব খুজিছনে? ভাইচ-চেন্সেলাৰ সন্দিকৈহে, গম পোৱা নাই?" পৰীক্ষাৰ্থীৰ এইষাৰ কথাই মোক পোনছাতেই মন্ত্ৰীৰ উক্তিলৈ মনত পেলাই দিছিল। ছাত্ৰ-ছাত্ৰীৰ ওপৰত উপাচাৰ্য্য সন্দিকৈৰ কৰ্তৃত্বৰ উৎস ঠিক ভয়ত নহয়, আচলতে সন্দিকৈৰ ব্যক্তিত্বৰ যি নৈতিক

প্ৰভাৱ তাতহে। ই হ'ল সুদূৰ-প্ৰসাৰী প্ৰভাৱ। সেই কাৰণেই সন্দিকৈ উপাচাৰ্য্য হৈ থকালৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোনো পৰীক্ষাতে গণ্ডোগোল বা ছাত্ৰ-ছাত্ৰীৰ অশান্তি দেখা পোৱা নগৈছিল।

নিজৰ কামত ব্যস্ত হৈ সদায়েই সন্দিকৈ অকলশৰীয়াকৈ থাকে। যোৰহাটৰ বাসস্থানতো তেখেতৰ ঘৰটো সুকীয়া। ওপৰ মহলত তেখেতৰ লাইব্ৰেৰী আৰু তলৰ মহলত পঢ়া আৰু শোৱাকোঠা। সমাজৰ কোলাহল আৰু ব্যক্তিগত হুলি-গলি দুইটাৰে পৰা আঁতৰত। কৃষ্ণকান্ত সন্দিকৈক লগপোৱা বা তেওঁৰ সৈতে কথা-বতৰা কোৱা মানুহৰ সংখ্যাও তেনেই তাকৰ। ন-বছৰ কাল গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ আছিল যদিও তেখেতক ছাত্ৰ-ছাত্ৰী আৰু আনকি অধ্যাপকসকলেও বিশ্ববিদ্যালয়ৰ সমাৱৰ্ত্তন উৎসৱৰ বাহিৰে অইন সময়ত দেখিবলৈ নাপাইছিলেই। পিচে আচৰিত কথা এইটোৱেই যে অলকলশৰীয়াকৈ কিতাপৰ মাজত সোমাই থকা মানুহজনে কিন্তু বাহিৰৰ চলন্ত জগতখনৰ সমগ্ৰ খবৰ বাতৰি বিতংকৈ ৰাখে। অসমৰ ৰাজহুৱা জীৱনত, বিশেষকৈ শিক্ষাক্ষেত্ৰত থকা প্ৰায় সকলো মানুহক ইমান ভালকৈ কেনেকৈনো তেখেতে জানে সিও এক সাঁথৰ। এজন মানুহক জনাই নহয়, সেইজনৰ বিষয়ে তেখেতৰ মতামতো স্পষ্ট। মতামত ব্যক্ত কৰাতো পোনপটীয়া; ক'তো বহল বা পাকনি বা পাক নাই। ইতিহাসৰ ছাত্ৰ হিচাবে সন্দিকৈয়ে সকলো কথাকেই নিজে আত্তোপান্ত খৰছি মাৰি চাইহে সুখ পায়। যি সময়ত যি কাম কৰে তাতেই সম্পূৰ্ণ নিমগ্ন। নৈষধ চৰিতৰ টীকা অধ্যায়ন, বিশ্ববিদ্যালয়ৰ প্ৰশাসন বা পৰীক্ষাৰ তালিকা প্ৰস্তুতি অথবা পুথিভঁৰালৰ কিতাপ বাছনি নাইবা চাহ-বাগিচাৰ সাপ্তাহিক ৰিপ'ৰ্ট—যিটোকে হাতত লয় তাতেই সম্পূৰ্ণ আত্ম-নিয়োগ কৰে। বিহুকে গুনক বা পঢ়ক বা আলোচনা কৰক তাৰ কোনোটোকে নাপাহৰে। দৈনিক বাতৰি কাকতখন পঢ়োতেও সেই একেই অভ্যাস। কোনোবা এবাৰ গুৱাহাটীত কথা প্ৰসঙ্গত শিলাগুৰৰ হ'ছিয়েলিষ্ট নেতা এজনে বাতৰি কাকতত দিয়া বিবৃতি এটাৰ বিষয়ে হঠাৎ মোৰ মতামত সুধিলে। মইও মহা বিপাঙত

পৰিলোঁ। । শিঙ্গাপুৰৰ ছ'চিয়েলিষ্টৰ খবৰ সুধিব বুলি কেতিয়াও ভবাই নাছিলো।

পাণ্ডিত্য, ঐশ্বৰ্য্য আৰু সন্মান তিনিওবে অধিকাৰী কৃষ্ণকান্ত সন্দিকৈৰ বিষয়ে অসমৰ বাইজৰ ধাৰণা কৌতূহলপূৰ্ণ। এই কৌতূহলেই সন্দিকৈ নামটোত বিশেষ মাহাত্ম্য দান কৰিছে। 'সন্দিকৈ' মানেই পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ। এইজন সাধনাৰত পুৰুষৰ বিষয়ে নানা প্ৰকাৰৰ কাল্পনিক আখ্যান আৰু সাধু কথাও শুনা যায়। যোৰহাট নগৰত এনেকুৱা কথা সকলোৰে মুখত শুনিছোঁ। দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে হেনো বৰ পুতেক কৃষ্ণকান্ত সন্দিকৈক বিদেশত পঢ়াই-শুনাই আনি দুখ কৰি কৈছিল—"মই আৰু এটা লাইব্ৰেৰীহে কিনিলোঁ।" কথাষাৰ আচলতে কোৱা হৈছিল নে নেজানো; কিন্তু কথাষাৰে সন্দিকৈৰ বিষয়ে প্ৰচলিত ধাৰণাকে ব্যক্ত কৰিছে। সৰহ ভাগৰে ধাৰণা যে সন্দিকৈ হ'ল সাংসাৰিক কথাত একেবাৰে আওকণীয়া আৰু অনভিজ্ঞ, পুথি-পাঁজিতে ডুব গৈ থকা এজন জ্ঞান-সাধক। কিন্তু তেওঁক ওচৰৰ পৰা বুজিব পৰা সকলেহে ক'ব পাৰে সন্দিকৈৰ পাণ্ডিত্য যেনে গভীৰ সাংসাৰিক আৰু ব্যৱহাৰিক জ্ঞানো সিমানেই প্ৰখৰ; জ্ঞানচৰ্চ্চা যেনে প্ৰণালীবদ্ধ, যাৱতীয় সাংসাৰিক কাৰ্য্য পৰিচালনাও সেইদৰেই নিখুঁত, পৰিপাটি আৰু হিচাবী। সকলো ক্ষেত্ৰতে সম্পূৰ্ণ "ডিচিপ্লিনড্" আৰু সূক্ষ্ম বিচাৰ। ধন-সম্পত্তিৰ অধিকাৰী হয়, কিন্তু তাত তেওঁৰ আসক্তি বা আক্ৰোহ নাই; এহাতেৰে আনহাতে দান দিব পাৰে—বাওঁহাতে গম নোপোৱাকৈয়ে সোঁহাতেৰে দান কৰে। অগাধ পাণ্ডিত্যই সন্দিকৈক অভিমানী কৰিব পৰা নাই। ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' বা বিশ্ববিদ্যালয়ৰ "ডক্টৰেট" উপাধিৰ বাবেও মোহ নাই। নিজৰ ব্যক্তিগত জীৱন-প্ৰণালী সাধাৰণ আৰু সৰল। খৰচ-বহুল আধুনিকতাৰ লগত সম্বন্ধ নাই। তেখেতৰ ঘৰত আনকি আজিলৈকে "ড্ৰইংৰুম"ৰ ব্যৱস্থাও নেদেখিলোঁ। ইউৰোপত ইমান বছৰ কটাই অহাৰ পাচতো চাহাবী কায়দাৰ লেশ মাত্ৰও প্ৰভাৱত নপৰাকৈ থকাৰ বিৰল উদাহৰণ সন্দিকৈৰ গাতহে পোৱা যায়। সাজপাৰত কৃষ্ণ

সন্দিকৈ হ'ল সাধক ভাৰতীয় সভ্ৰান্ত অসমীয়া। সাধাৰণ কিন্তু সম্পূৰ্ণ চিজিল। এটা কথাত অৱশ্যে সন্দিকৈ ইউৰোপীয়—সময়জ্ঞান আৰু কাম কৰাৰ পদ্ধতিত। যি সময়ত যি কাম, যাৰ লগত যেনে ব্যৱহাৰ, যাৰ লগত যি কথা—সকলোতে কোনো ৰকম হেৰফেৰ নহয়। অনাৱশ্যকীয়, দেখনিয়াৰ কথাৰ লগত সন্দিকৈয়ে সম্বন্ধ ৰাখিবলৈ নিবিচাৰে। গুৱাহাটীত এদিনাখন কলেজ শিক্ষক সংস্থাৰ কামত তেখেতৰ ওচৰলৈ যাওঁতে মোৰ লগত এজন অধ্যাপক বন্ধুও গৈছিল। উপাচাৰ্য্যৰ ঘৰত তেতিয়া নিৰ্দ্ধাৰিত কাগজত সাক্ষাৎকাৰীয়ে নাম আৰু কাম দুইটা লিখি ভিতৰলৈ পঠাব লাগে। বন্ধুজনে নামটোৰ লগতে কামৰ ঘৰত "টু পে ৰেচ্‌পেক্টছ" বুলি লিখি দিছিল। সন্দিকৈয়ে আমাৰ দুইকো পিচত অনাৰ বুলি চকীদাৰৰ আগত কৈ পঠালে। পিচত মোক মাতি পঠালে পিচদিনা ১০ বজাত দেখা কৰিবলৈ। পিচদিনা দেখা কৰি কথা-বতৰা হোৱাৰ পিছত বন্ধু জনকনো কিয় নামাতিলে বুলি সন্দিকৈক সুধিলত তেখেতে উত্তৰ দিলে, "মোক সন্মান দেখুৱাবলৈ তেওঁ ইয়ালৈ নাহিলেও হয় দেখোন।"

নিজৰ লাইব্ৰেৰীৰ ক্ষেত্ৰত অৱশ্যে সন্দিকৈ "এৰিষ্টক্ৰেট", কিতাপ কিনাত আৰু ছপোৱাত বহুত খৰচ কৰিছে। দান দিয়া বিষয়তো সন্দিকৈক এৰিষ্টক্ৰেট বুলিব পাৰি। কিছুদিনৰ আগতে তেখেতৰ ঘৰলৈ যাওঁতে লাইব্ৰেৰীটো দেখুৱাইছিল। সেই লাইব্ৰেৰীত বুৰঞ্জী আৰু সাহিত্যৰ আপুৰুগীয়া কিতাপেৰে বিভিন্ন আলমাৰি সুন্দৰকৈ সজাই থোৱা আছে ; সংস্কৃত আৰু ইংৰাজী ভাষাৰ উপৰিও গ্ৰীক; লেটিন, জাৰ্মান, ফৰাচী, ইটালীয় আৰু কছ ভাষাৰ মূল্যবান গ্ৰন্থ। লাইব্ৰেৰীৰ বিভিন্ন গ্ৰন্থ দেখুৱাওঁতে আৰু দুই-চাৰিখনৰ বিষয়ে মোক কওঁতে তেখেতৰ কি উৎসাহ আৰু আনন্দ! তাতেই যেন তেখেতৰ প্ৰাণটো সোমাই আছে। এই সমস্ত লাইব্ৰেৰীটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাবে তেওঁ দান দি থৈছে।

কৃষ্ণ সন্দিকৈ ইতিহাসৰ ছাত্ৰ। ইতিহাস তেওঁৰ অতি আপোন বিষয়। অক্সফৰ্ডলৈ গৈ ইতিহাসত অনাৰ্ছ লৈ এম,এ পাছ কৰে।

অৱশ্যে তেওঁ অক্সফৰ্ডলৈ গৈছিল সংস্কৃতৰ ডি-ফিলৰ বাবেহে, কিন্তু তাত গৈ দেখিলেগৈ ভাৰতৰ পৰা কিতাপ-পত্ৰ নিলেহে সংস্কৃত পঢ়িব পাৰি। গতিকে সংস্কৃত এৰি ইতিহাস অধ্যয়নত ধৰিলে। অক্সফৰ্ডতেই জাৰ্মান আৰু ফৰাচী ভাষা আয়ত্ত কৰে। তাৰ পিচত ফ্ৰান্স আৰু জাৰ্মানিত চাৰি বছৰ থাকেগৈ ; পেৰিছত ইটালীৰ আৰু ৰুছ ভাষা শিকে, জাৰ্মানিত গ্ৰীক আৰু লেটিন ভাষা। কিন্তু সন্দিকৈকনো ইমানবোৰ ভাষা শিকিবলৈ কিহে পাইছিল ?—এই প্ৰশ্ন তেওঁক বহুতে কৰিছিল। তাৰ একমাত্ৰ উত্তৰ হ'ল—জ্ঞান-পিপাসা। তেওঁৰ নিজৰ ভাষাত ক'বলৈ হ'লে "বৌদ্ধিক অনুসন্ধিৎসা।"

ইউৰোপত ক'ত কেনেকৈ ভাষা শিকিলে এই সকলোবোৰ কথা এদিন সন্দিকৈৰ মুখেই শুনিছিলোঁ। তেওঁ যেতিয়া মনখুলি কথা কয় তেতিয়া আৰু সেই নিভৃত অধ্যয়ন কৰি জীৱন কটাই দিয়া জ্ঞান-পিপাসু পণ্ডিত গৰাকীৰ আৰু আমাৰ মাজত থকা ব্যৱধানৰ কথা পাহৰিয়েই যোৱা হয়। সেইদিনাই সন্দিকৈয়ে কৈছিল—"ইউৰোপৰ পৰা ঘুৰি আহোঁতে মই বিদ্বান হৈ আহিছিলোঁ। ইচ্ছা আছিল তাত লাভকৰা জ্ঞানৰ চৰ্চা কৰি অসমীয়া ভাষা চহকী কৰিম। নিজৰ দেশ পোৱাৰ পাচত কিন্তু বহুতে হাক দিলে ; সংস্কৃত পঢ়িবলৈ ক'লে। তেতিয়া আমাৰ ভাষাত লিখা কথাবো আদৰ নাছিল। কিন্তু অসমীয়াত লিখিব পৰা হ'লে সাৰ্থক হ'লহেঁতেন।" জীৱনত কোনো "এছিভ্‌মেণ্ট নহ'ল" বুলি সেই বাবেই তেওঁ আক্ষেপ কৰা শুনিলোঁ। "এতিয়াও আপুনি অসমীয়াত গ্ৰন্থ লিখিবলৈ ল'ব পাৰে দেখোন—" এই বুলি মই কোৱাত তেওঁ ৰসিকতা কৰি উত্তৰ দিলে—"সেতুবন্ধ" খনৰ কাম শেষ কৰিবলৈ আৰু ছবছৰমান লাগিব। তাৰ পিচত আজৰি পাম। তেতিয়া অসমীয়াত লিখিম বুলি ভাবিছোঁ। কিন্তু বয়স বাঢ়ি যোৱাৰ লগে লগে কাম কৰাৰ বলো কমি যায়। ইপিনে অসমীয়াত লিখিবলৈ আৰম্ভ কৰাৰ পিচতেই ওপৰৰ পৰা যদি কয়—"ইউ আৰ আনফিট্ টু বি ইন দি ৱৰ্ল্ড ?"

১৯৪৯ চনৰ পৰা ১৯৫৭ চনলৈকে এই সময়ছোৱা সন্দিকৈৰ মতে

"শূন্য"। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ থকা এই কেইবছৰত তেওঁ মাত্ৰ মাজে-সময়েহে মহাকাব্য চৰ্চ্চা কৰিবলৈ সময় পাইছিল। উপাচাৰ্য্য হৈ অধ্যয়নত বহুত লোকচান হ'ল বুলি তেওঁ গুৱাহাটীত থাকোঁতে কেবাবাৰো কৈছিল।

নিজৰ জ্ঞান-চৰ্চ্চাৰ পিনৰ পৰা চাই ১৯৪৯ চনৰ পৰা ১৯৫৭ চনলৈকে এই সময়ছোৱাক সন্দিকৈয়ে "শূন্য" বুলি বিবেচনা কৰিছে যদিও এই কেই বছৰতে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হিচাপে অসমৰ উচ্চ-শিক্ষা তথা অসমৰ শিক্ষা-ক্ষেত্ৰৰ গঢ় দিয়াত ডাঙৰ অৱদান দিলে। অতি কম সময়তে গুৱাহাটী বিশ্ববিদ্যালয়ে স্বীকৃতি লাভ কৰা আৰু উচ্চস্থান লাভ কৰা আৰু উচ্চস্থান পোৱাৰ মূলতে হ'ল সন্দিকৈৰ ব্যক্তিত্ব আৰু নেতৃত্ব। ছ'চিয়েলিষ্ট পাৰ্টিৰ নেতা হিচাপে অসম ভ্ৰমণ কৰিবলৈ আহোঁতে শ্ৰীঅশোক মেহতাই এবাৰ গুৱাহাটীত সন্দিকৈক লগ পাই কথা-বতৰা হৈছিলহি। সন্দিকৈৰ ব্যক্তিত্বত মুগ্ধ হৈ মেহতাই আমাক কৈছিল—ভাৰতত তেওঁ এনে বিশাল ব্যক্তিত্বসম্পন্ন উপাচাৰ্য্য লগ পোৱা নাই।

সমুখত এক আদৰ্শ লৈ সন্দিকৈয়ে উপাচাৰ্য্যৰ দায়িত্ব গ্ৰহণ কৰিছিল নিষ্ঠাসহ উচ্চ মানদণ্ডৰ শিক্ষাদানৰ ওপৰত তেওঁ বিশেষ গুৰুত্ব দিছিল। সন্দিকৈৰ নেতৃত্বই শিক্ষা-ক্ষেত্ৰত উচ্চমানৰ যি নৈতিক আদৰ্শ স্থাপন কৰি গ'ল তাৰে বহুতেই গুৱাহাটী বিশ্ববিদ্যালয় আজিও বৰ্ত্তি আছে। এটা কথাত মাত্ৰ সন্দিকৈৰ দুখ থাকি গ'ল। যিটো আদৰ্শৰে বিশ্ব-বিদ্যালয়লৈ আহিছিল তাক সম্পূৰ্ণ কৰিব নোৱাৰিলে—বিশ্ববিদ্যালয়ৰ ভিতৰত শিক্ষাদান কৰা সকলৰ ভিতৰত ধনৰ মোহ ইমান প্ৰৱল বুলি আগতে তেওঁৰ তেনে ধাৰণা নাছিল।

বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰ ক্ষেত্ৰত সন্দিকৈয়ে প্ৰতিটো কথাতে নিজে চকু দিছিল। তেওঁৰ নজৰত থকা ছোৱাত কোনেও অপকৰ্ম কৰিবলৈ সাহ নকৰিছিল। সেইবাবেই তেওঁৰ দিনত বিশ্ববিদ্যালয়ৰ একাডেমিক খণ্ডত সকলো কথা সুস্থিৰ হৈ চলিব পাৰিছিল। উপাচাৰ্য্যৰ পোনপটীয়া নিয়ন্ত্ৰণ নথকা খণ্ডতহে অৰ্থাৎ বিশ্ববিদ্যালয়ৰ গৃহ-নিৰ্মাণ-

উন্নয়ন খণ্ডতহে বৰ্তমানে বেমেজালিয়ে দেখা দিলে, যিহুৰ বাবে পিচত অনুসন্ধান আয়োগ বহুবাৰ লগা হ'লগৈ। উপাচাৰ্য্য হিচাবে সন্দিকৈয়ে বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰতাৰ ওপৰত চৰকাৰী হস্তক্ষেপ হ'বলৈ এৰি নিদিছিল। অন্তৰ্ভুক্ত কলেজসমূহকো সামৰি লৈ বিশ্ববিদ্যালয়ৰ কেন্দ্ৰীয় নেতৃত্বৰ পৰিচালনত স্বতন্ত্ৰ সাংস্কৃতিক শক্তি হিচাপে গঢ় দিয়াৰ পথত তেওঁ আগবাঢ়িছিল। সন্দিকৈ থকালৈকে চৰকাৰেও বিশ্ববিদ্যালয় আৰু কলেজৰ শিক্ষা আৰু শিক্ষকৰ ওপৰত হাত দিবলৈ আগ নাবাঢ়িছিল।

দ্বিতীয়তে উপাচাৰ্য্য হিচাপে সন্দিকৈয়ে তেওঁৰ কাৰ্য্যৰ যথাৰ্থ সমালোচনা আনন্দৰে গ্ৰহণ কৰিছিল। ব্যক্তি সন্দিকৈ আৰু উপাচাৰ্য্য সন্দিকৈ এই দুইকো সানমিহলি হ'বলৈ কেতিয়াও নিদিছিল। বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ বছেৰেকীয়া সভাত উপাচাৰ্য্যৰ কাৰ্য্যৰ ওপৰত এবাৰ অতি চোকা সমালোচনা কৰিছিলোঁ। তাৰে কেইদিনমানৰ পাচত কথা প্ৰসঙ্গত সন্দিকৈক সুধিছিলোঁ। তেওঁৰ বিৰুদ্ধে আমি কৰা সমালোচনা কেনে পায়। তেওঁৰ পৰা গহীন উত্তৰ পালো এইবুলি—"তুমিতো মোক সমালোচনা কৰা নাই, ভাইচ-চেন্সেলাৰকহে কৰিছিলা।" ব্যক্তিগত জীৱনত সন্দিকৈয়ে যিহকে কৰক সি অইনৰ হানি-বিঘিনি কৰিব নোৱাৰে। কিন্তু উপাচাৰ্য্য হিচাপে কৰা এটা ভুল কাৰ্য্যই দেশৰ ভবিষ্যতৰ অশেষ অপকাৰ কৰিব পাৰে। গতিকেই উপাচাৰ্য্যৰ কাৰ্য্যৰ সমালোচনা তেওঁ সাদৰেৰে গ্ৰহণ কৰিব। সেইদিনাখন সন্দিকৈৰ এই উত্তৰে মোক একপ্ৰকাৰ অভিভূত কৰি পেলাইছিল; কিয়নো ভাৰতৰ বহুত ডাঙৰ ডাঙৰ নেতাৰ সংস্পৰ্শত আহিছোঁ যদিও এনে মহৎ গুণ খুব কমৰ গাতহে দেখিবলৈ পাইছোঁ। পদবী আৰু ব্যক্তিৰ মাজৰ পাৰ্থক্য নুবুজাৰ বাবেই আমাৰ দেশত বহুত অমঙ্গল ঘটা দেখা গৈছে।

---

পৰিশিষ্ট—৭

## অসম সাহিত্য সভাৰ সপ্তদশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

গুৱাহাটী—১৯৩৭ চন, ডিচেম্বৰ

**সভাপতি—শ্ৰীকৃষ্ণকান্ত সন্দিকৈ**

সমবেত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

আজি এটা পবিত্ৰ উদ্দেশ্য লৈ অসমীয়া ভাষা আৰু সাহিত্যৰ নামত এই প্ৰাচীন নগৰত আমি সকলোটি গোট খাবলৈ পাই নিজকে ধন্য মানিছোঁ। অসম সাহিত্য-সম্মিলন আজি অসমীয়াৰ একমাত্ৰ জাতীয় সম্মিলন বুলিলে বঢ়াই কোৱা নহব। এই সম্মিলনত অসমীয়া হিন্দু মুছলমান আৰু খৃষ্টান সকলৰ বাহিৰেও অসমৰ দাঁতি-কাষৰীয়া জাতি-বিলাকৰ মাজত কিদৰে যোগ দিয়াব পাৰি তাৰ ব্যৱস্থা কৰিবৰ সময়ো উপস্থিত হৈছে। এই দাঁতি-কাষৰীয়া জাতিবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰাটো অসম সাহিত্য সভাৰ প্ৰধান কৰ্ত্তব্য হোৱা উচিত। অসমীয়াৰ এই জাতীয় সংকটৰ দিনত অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ অৰ্থে সাহিত্য সভাৰ এখন প্ৰচাৰ সমিতি স্থাপন কৰি শিক্ষাৰ সহায়েৰে অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা বৃদ্ধি কৰাৰ একান্ত আৱশ্যক হৈছে। যিবিলাক বিদেশী মানুহ আন প্ৰদেশৰ পৰা অসমলৈ আহিছে সেইবিলাকৰ মাজতো অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি আদৰ জন্মোৱা আমাৰ কৰ্ত্তব্য হৈ উঠিছে। এই প্ৰচাৰ কাৰ্য্য কি দৰে হাতত ললে সিদ্ধি হোৱাৰ আশা তাক অভিজ্ঞসকলে আলোচনা কৰিলে ভাল হয়। অসমীয়াৰ পৰিচালনাত ঠায়ে ঠায়ে সৰু সৰু পঢ়াশালী পতা এটা উৎকৃষ্ট উপায়। বিশেষকৈ এই সম্মিলনৰ বছেৰেকীয়া অধিৱেশনবিলাকত যাতে অসমৰ পৰ্বতীয়া জাতিবিলাকৰ প্ৰতিনিধিসকলে যোগ দিব পাৰে সাহিত্য সভাৰ কৰ্তৃপক্ষই তাৰ ব্যৱস্থা কৰিলে অতি শোভন হব। মুঠ কথা এই যে আমাৰ বৰ্ত্তমান অৱস্থালৈ চাই এই সাহিত্য সম্মিলন অনেক পৰিমাণে ভাষা সম্মিলনত পৰিণত হলেও একো বেয়া নহব। আমাৰ ইমান ওচৰতে গাতে লাগি যিবিলাক অসমীয়া ভাষা নজনা মানুহ আছে

তেওঁবিলাকক আমি আকৰ্ষণ কৰি আনিব নোৱাৰিলে তেওঁবিলাকে নিজে আমাৰ ভাষা আৰু কৃষ্টিৰ ফালে মন দিব বুলি আশা কৰিব নোৱাৰি। এই আকৰ্ষণৰ আৱশ্যকতা আৰু প্ৰণালী সম্পৰ্কে আমি সমজুৱাকৈ এতিয়াও ভাবি চোৱা নাই। বেহা-বাণিজ্য, ধৰ্মপ্ৰচাৰ আৰু আনকি গান অভিনয় কথাছবি আদিও ভাষা প্ৰচাৰৰ অতি উপযোগী সহায়। দুৰ্ভাগ্যবশতঃ এই বিলাক বিষয়ত আমি পাছ পাৰি আছোঁ। কিন্তু ধৰ্মপ্ৰচাৰ কৰিবলৈ হলে আমাৰ দেশত মহাপুৰুষ শঙ্কৰদেৱৰ নাম ধৰ্ম আছে, এই নাম ধৰ্ম প্ৰচাৰ কৰিব পাৰিলেও আমাৰ ভাষাৰ সীমা বৃদ্ধি হ'ব। এই বিষয়ত আমাৰ সত্ৰাধিকাৰসকলৰ অসমীয়া ভাষাৰ প্ৰতি এটা ডাঙৰ কৰ্তব্য আছে। আন ভাষা ব্যৱহাৰ কৰা কোনো ধৰ্ম প্ৰতিষ্ঠান বা ধৰ্মপ্ৰচাৰ সভাই এই কাম হাতত ললে আমাৰ ভাষাৰ প্ৰভুত্বহানি হ'ব। অসমত এটা শঙ্কৰ মিশ্যন কেতিয়াবাই স্থাপিত হ'ব লাগিছল। এই বিষয়ত ধৰ্ম আৰু জাতীয় অনুভূতি একযোগ হৈ কাৰ্য্যক্ষেত্ৰত আগবাঢ়িব বুলি বিশ্বাস হয়। ভাষা আৰু জাতীয় প্ৰগতিৰ কাৰণে শঙ্কৰ মিশ্যন স্থাপন তিথি পালনতকৈও বেছি আৱশ্যকীয় বুলি বোধ হয়।

আমাৰ বৰ্তমান সাহিত্যৰ ফালে মন দিলে দেখা যায় যে অসমীয়া ভাষা আগতকৈ অনেক গুণে ঠন ধৰি উঠিছে, বাস্তৱতে সাহিত্য হিচাবে নহয়, ভাষা হিচাবে। স্কুল-কলেজত অসমীয়া ভাষৰ প্ৰতি আগতকৈ বেছি মন কাণ দিয়াত আৰু বাতৰি কাকতৰ প্ৰচাৰো অলপ বেছি হোৱাত সৰ্বসাধাৰণৰ মাজত অসমীয়া লিখাৰ অভ্যাস আৰু সাধাৰণ ৰচনা শক্তি বাঢ়িছে বুলি বোধ হয়। অসমীয়া লিখাৰ ৰীতি বা style লাহে লাহে গঠিত হৈছে বাতৰি কাকত, আলোচনী আদিৰ সংখ্যা যিমানেই বাঢ়ে তিমানেই এই ৰচনা ৰীতিৰ বিকাশ হ'ব। এই ৰীতি গঠনত বিদেশী প্ৰভাৱ পৰাটো স্বাভাৱিক, কিন্তু যেনেকুৱা প্ৰয়োগৰ পৰা আমাৰ মাতৃ-ভাষা আপচু আৰু আগচী হয় তেনে প্ৰয়োগ বাদ দিয়াটো আমাৰ কৰ্তব্য। অসমীয়া ভাষাৰ বহুত শব্দ আৰু খণ্ডবাক্য আমাৰ সচৰাচৰ লিখিত ভাষাৰ পৰা এতিয়াও বাদ পৰি আছে। সাহিত্যিক সৌষ্ঠৱ ক্ষুণ্ণ

নকৰাকৈ এই বিলাক আমাৰ লিখিত ভাষাৰ অন্তৰ্গত কৰি লব পাৰিলে আমাৰ ভাষাৰ সম্পদ বাঢ়িব। বিশেষকৈ পুৰণি অসমীয়া ভাষাৰ পৰাও শব্দসম্পদ আৰু সজুলি আহৰণ কৰাটো শোভনীয় হব। পাশ্চাত্য সাহিত্যত ভাষাৰ ন-পুৰণি শব্দ সামগ্ৰীৰ পূৰ্ণ ব্যৱহাৰ কৰাৰ এটা চেষ্টা দেখা যায়। বিশেষকৈ ফৰাছী সাহিত্যত গোটিয়ে ( Gautier ) আৰু ৰুছ সাহিত্যত টলষ্টয়, ৰেমিজফ আদিয়ে এই বিষয়ে বহুত কৰি গৈছে। আমাৰ ভাষাতো যে এনে এটা চেষ্টা একেবাৰেই হোৱা নাই তেনে নহয়। সজ পথত পৰিচালিত হলে ইয়াৰ পৰা আমাৰ ভাষাৰ উপকাৰ হব।

ভাষা-বিভ্ৰাটৰ দোহাই দি আমাৰ ভাষাৰ পৰা কিছুমান বৰ্ণ বাদ দি বৰ্ণবিন্যাস সৰল কৰাৰ এটা প্ৰস্তাৱ মাজে মাজে শুনা যায়। কিন্তু এনে কৰিলে কিছুমান বেমেজালি আঁতৰিলেও তাৰ ঠাইত নতুন বেমেজালি সৃষ্টি হোৱাৰ অশংকা আছে। আন পক্ষে কোনো কোনো যুটিয়া আখৰৰ অনাৱশ্যক অংশ বাদ দিলে একো বেমেজালি নঘটিব বুলি বোধ হয়। "ধৰ্ম্ম" "কৰ্ম্ম" আদি শব্দৰ পৰা এটা "ম" বাদ দিলে প্ৰথম শিকাৰুৰ সুবিধা হব। এই বিলাক কথাত লাহে লাহে সংযত ভাবে অগ্ৰসৰ হলে সিদ্ধি হোৱাৰ আশা আছে।

ভাষাৰ কথা এৰি দি অসমীয়া সাহিত্যৰ বৰ্তমান অৱস্থালৈ চালে তাক সন্তোষজনক বুলিব নোৱাৰি। ব্যক্তিগত প্ৰতিভা আৰু ক্ষমতাৰ বাহিৰেও পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত সাহিত্যৰবিকাশ অনেক পৰিমাণে নিৰ্ভৰ কৰে। জীৱনৰ অভিজ্ঞতাৰ লগত সাহিত্যৰ অতি ঘনিষ্ঠ সম্বন্ধ। অভিজ্ঞতাৰ গাম্ভীৰ্য্য আৰু বৈচিত্ৰ্য নহলে সজীৱ স্পন্দনপূৰ্ণ সাহিত্যৰ সৃষ্টি হব নোৱাৰে। বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা। ব্যক্তিগত আৰু সামাজিক সকলো প্ৰকাৰ অভিজ্ঞতাৰ প্ৰকাশ থল হৈছে সাহিত্য। মহাকবি গ্যেটেই তেওঁৰ মৃত্যুৰ অলপ আগেয়ে লিখা এখন ৰচনাত তেওঁৰ সমসাময়িক জাৰ্মাণ কবিসকলক এই অভিজ্ঞতাৰ গাম্ভীৰ্য্যৰ বিষয়েই উপদেশ দিছিল। অকল কাব্য-সাহিত্যতে নহয় সাহিত্যৰ সকলো বিভাগতে অভিজ্ঞতাৰ সঞ্জীৱনী শক্তি আৱশ্যক। আধুনিক ইউৰোপীয় সাহিত্যৰ অভিব্যক্তি

আলোচন কৰোতেও জাৰ্মাণ মনীষী ডিল্‌ঠায়ে এই জীৱন-অভিজ্ঞতাৰ প্ৰভাৱৰ ওপৰত ভৰ দিছে। বাস্তৱতে মানসিক, আধ্যাত্মিক, সামাজিক, ৰাজনৈতিক, ব্যক্তিগত—এনে কোনো অভিজ্ঞতা নাই যি সাহিত্যৰ অন্তৰঙ্গ হোৱা নাই। সপোনৰ ছঁয়ামৰা অভিজ্ঞতাও সাহিত্যৰ আকৰ্ষণ শক্তিৰ বশ হৈছে।

কাৰ্লাইলে এঠাইত কৈছে যে সাহিত্য চিন্তাশীলৰ চিন্তা, এই চিন্তাৰো যোগান ধৰে জীৱনৰ অভিজ্ঞতাই উনৈচ শতিকাৰ প্ৰথম ভাগত ইংলণ্ডত যি বিৰাট সামাজিক পুনৰ্গঠন হৈছিল তাৰ আলম লৈহে কাৰ্লাইলৰ চিন্তা বিকশিত হ'ব পাৰিছিল। আন এটা যুগত আৱিৰ্ভাব হোৱা হলে তেওঁৰ চিন্তাই আনফালে গতি ললেহেঁতেন বুলি অনুমান কৰিব পাৰি। ফৰাছী বিপ্লৱৰ আগে আগে পাশ্চাত্য সমাজত সামাজিক বিদ্ৰোহমূলক চিন্তাৰ যি এটা ঢৌ উঠিছিল তাৰ সকলো আন্দোলন সমসাময়িক সাহিত্যত প্ৰতিফলিত আছে। এই বিৰাট সামাজিক অভিজ্ঞতাৰ ধাৰা ওঠৰ শতিকাৰ শেহ ভাগৰ ফৰাছী গদ্য আৰু জাৰ্মাণ কাব্য সাহিত্যত লীন হৈ আছে।

আধুনিক যুগত সামাজিক অভিজ্ঞতাৰ প্ৰভাৱ উপন্যাস-সাহিত্যত অতি স্পষ্টভাবে দেখা যায়। আধুনিক উপন্যাস সাহিত্যৰ দুটা প্ৰধান ধাৰা পোৱা যায় ফৰাছী আৰু ৰুছ সাহিত্যত। ফৰাছী সমালোচক ব্ৰুন্‌টিয়েৰে এঠাতে কৈছে যে ফৰাসী উপন্যাসত ৰিছাৰ্দছন বা জৰ্জ্জ ইলিয়টৰ উপন্যাসৰ দৰে মানসিক বিশ্লেষণ নাই, ফৰাছী উপন্যাসবিলাক একোটা একোটা সামাজিক প্ৰতিবিম্ব। কিন্তু ৰুছ সাহিত্যতো একে দৃশ্যকে দেখা যায়। গগলৰ দিনৰে পৰা আৰম্ভ কৰি প্ৰায় বিলাক ৰুছ উপন্যাসৰ উদ্দেশ্য সামাজিক বিশ্লেষণ আৰু প্ৰায় বিলাকেই সামাজিক চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত সামাজিক উপাদানৰ প্ৰাধান্য দেখিয়েই কোনোৱে ৰুছ উপন্যাসবিলাক ৰুছ সামাজিক বুৰঞ্জীৰ আহিলাপাতি স্বৰূপে ব্যৱহাৰ কৰিব খোজে। আধুনিক যুগৰ সামাজিক অভিব্যক্তিৰ দুটা স্তৰ ফৰাছী উপন্যাস সাহিত্যত বালজাক আৰু এমিল জলাৰ উপন্যাসত অধ্যয়ন কৰিব পাৰি। আধুনিক

সমাজৰ আৰ্থিক অভিজ্ঞতাৰ প্ৰতি বালজাকে বিশেষভাবে মন দিছিল আৰু আধুনিক সভ্যতাৰ ধনৰ ঠাই বিশ্লেষণ কৰিবলৈ গৈ বালজাকে শিল্প ব্যবসায় আৰু বেঙ্ক আদি আৰ্থিক প্ৰতিষ্ঠানৰ পৰা সজুলি লৈছিল। কিন্তু তেওঁৰ পৰৱৰ্তী লেখক এমিল জ'লাৰ উপন্যাসত টকাৰ বজাৰৰ উত্থান-পতন বিৰাট শিল্প প্ৰতিষ্ঠান, আধুনিক ৰাজধানীৰ প্ৰকাণ্ড প্ৰকাণ্ড দোকান, বেঙ্কৰ সমাজ কঁপোৱা অৰ্থসঙ্কট আদিৰ যি সংবাদ পোৱা যায় তাৰ তুলনাত বালজাক আৰু তেওঁৰ সমসাময়িক সমাজৰ আৰ্থিক অভিজ্ঞতা সংক্ষিপ্ত আৰু সীমাবদ্ধ বুলি বোধ হয়। আধুনিক সমাজৰ আৰু এটা নতুন অভিজ্ঞতা—বনুৱা সমস্যাৰ সন্ধানো এমিল জ'লাৰ উপন্যাসত বিস্তৃতভাবে পোৱা যায়। এই সমস্যালৈ বালজাকে মন দিয়া নাছিল। বনুৱাবোৰৰ প্ৰথম স্মৰণীয় চিত্ৰ জ'লাৰ উপন্যাসতে পোৱা যায়। আধুনিক ইংৰাজী সাহিত্যতো গেলচৱৰ্থিয়ে এই বনুৱাবোৰৰ কথা লৈয়েই এখন উপাদেয় নাটক লিখি গৈছে। আমাৰ সাহিত্যত এনেকুৱা চিত্ৰ আঁকিব পাৰি নে নোৱাৰি আৰু নোৱাৰি যদি কিয় নোৱাৰি তাৰ উত্তৰ আমাৰ সামাজিক অৱস্থাৰ ফালে চালেই পোৱা যাব। সি যি হক, আধুনিক নাট্য সাহিত্যও সামাজিক চিন্তাৰে অনুপ্ৰাণিত আৰু সামাজিক বিশ্লেষণত তৎপৰ। ইবচেন, বাৰ্ণাৰ্ড শ্ব আদিয়ে সামাজিক সমস্যাৰ পৰীক্ষামূলক অনুসন্ধান কৰি নতুন পথ দেখুৱাইছে। বাৰ্ণাৰ্ড শ্বই এঠাইত কৈছে আধুনিক যুগত কেৱল এক প্ৰকাৰ নাটক টিকিব পাৰে সি হৈছে চিন্তাশীল নাটক—drama of throught। চিন্তাশীলৰ চিন্তা বুলি কাৰ্লাইলে সাহিত্যৰ যি লক্ষণ দিছিল ইও তাৰে ৰূপান্তৰ মাথোন।

জাতীয় অভিজ্ঞতা বা জাতীয় আন্দোলনৰ লগত সাহিত্যৰ কি সম্বন্ধ সেই বিষয়ে একো নকৈ নেপলিয়নৰ বিৰুদ্ধে জাৰ্মাণ পত্ত আৰু গদ্য সাহিত্যত জাতীয় আত্মবোধৰ যি প্ৰচণ্ড ঢৌ উঠিছিল তালৈ আঙুলিয়ালেই যথেষ্ট হব। সামৰিক অভিজ্ঞতা জাতীয় জীৱনৰ এটা প্ৰধান অঙ্গ আৰু যুদ্ধবিগ্ৰহৰ অভিজ্ঞতায়ো সাহিত্যক নানা সজুলি যোগাইছে। গ্ৰীক সাহিত্যৰ প্ৰথম ডাঙৰ গদ্যশিল্পী হেৰডটাছে গ্ৰীক

আৰু পাৰ্ছিয়াৰ জাতীয় যুদ্ধ বৰ্ণাইছিল। লেটিন সাহিত্যত লুকানে চিজাৰ আৰু পম্পেৰ গৃহযুদ্ধ অৱলম্বন কৰি মহাকাব্য ৰচনা কৰিছিল। চিজাৰে নিজে লিখা যুদ্ধৰ কাহিনীও লেটিন গন্তৰ ভূষণ স্বৰূপ। ক্ৰুছেদবিলাকে ত্ৰয়োদশ শতিকাৰ ফৰাছী গন্থ সাহিত্যৰ যোগান ধৰিছিল আৰু এই ক্ৰু্ছেদবিলাকৰ পৰাই ইটালীয় সাহিত্যই টাছ্ছোৰ মহাকাব্য পায়। আধুনিক সাহিত্যতো টলষ্টয়ে "যুদ্ধ আৰু শান্তি" "ছেবাস্তপুল" আদি ৰচনাত সামৰিক জীৱনৰ চিত্ৰ আঁকিছে। ষ্টেনডালৰ ৱাটাৰলু যুদ্ধৰ বিবৰণ ফৰাছী সাহিত্যত সুবিখ্যাত আৰু যোৱা মহাসমৰেও সাহিত্যৰ ওপৰত বহুত চাব ৰাখি গৈছে।

সুকুমাৰ কলাৰ লগত সাহিত্যৰ কি সম্বন্ধ সেই বিষয়ে সম্ভৱতঃ আমাৰ সাহিত্যত একো আলোচনা কেতিয়াও হোৱা নাই। কিন্তু চিত্ৰকলা, ভাস্কৰশিল্প আদিৰ অভিজ্ঞতাই সাহিত্যক বহুত সজুলি দি আহিছে। প্ৰাচীন গ্ৰাক আৰু ভাৰতীয় সাহিত্যত চিত্ৰৰ আৰু চিত্ৰকলাৰ নানা বৰ্ণনা পোৱা যায়। আধুনিক সাহিত্যত লেছিঙে সুকুমাৰ কলা আৰু কবিতাৰ প্ৰকৃতি নিৰ্ণয় কৰিবলৈ গৈ এটা নতুন আলোচনাৰ বাট মুকলি কৰে। তেওঁৰ পাছতে আকৌ জাৰ্ম্মাণ ৰোমাণ্টিক কবিসকলে বিষয়টো পুনৰ আলোচনা কৰি এটা নতুন সূত্ৰৰ আভাস দিয়ে। সুকুমাৰ কলাৰ গভীৰ আলোচনা কৰি ৰাস্কিনে ইংৰাজী সাহিত্যৰ কাৰণে এখন নতুন ৰাজ্য দখল কৰি গৈছে বুলিব লাগে। তেওঁ সুকুমাৰ কলাকো সামাজিক অভিজ্ঞতাৰ এটা ৰূপ বুলি ভাবিছিল আৰু এই কাৰণেই শেষত তেওঁৰ চিন্তাই সমাজতত্ত্বৰ ফালে ঢাল লৈছিল। কিন্তু চিত্ৰকলাৰ আলোচনা হবলৈ হলে পোনতে চিত্ৰকলাৰ অনুশীলন লাগে আৰু চিত্ৰসংৰক্ষণৰ কাৰণে মিউজিয়াম লাগে। তেহে এইবিলাক বিষয়ত অভিজ্ঞতা জন্মি সাহিত্যক সজুলি দিব পাৰে। এইবিলাক বিষয়ত আমাৰ অভিজ্ঞতা কিমান ঠেক তাক আমি সকলোৱে জানো। আন ক্ষেত্ৰতো যে আমাৰ অভিজ্ঞতা বৰ বেছি তেনে কথা কব নোৱাৰি।

ব্যাক্তিগত অভিজ্ঞতাৰ এটা সামান্য নিদৰ্শন ভ্ৰমণেও সাহিত্যক

অহিলাপাতি দিছে। ফৰাছী সাহিত্যৰ বৰ সৌভাগ্য যে ইটালীয় হৈও মাৰ্ক' প'লই ত্ৰয়োদশ শতিকাৰ শেষ ভাগত তেওঁৰ বিশ্ব বিখ্যাত ভ্ৰমণ কাহিনী ফৰাছী ভাষাত লিখিছিল। পৰ্বতে প্ৰান্তৰে, দ্বীপ দ্বীপান্তৰে ঘূৰাই ফুৰি ভগ্নস্বাস্থ্য ষ্টিভেন্‌ছনে ইংৰাজী সাহিত্যৰ ভঁৰাল বিভোপন গল্পেৰে চহকী কৰি গৈছে। এই অনুপাতে ফৰাছী সাহিত্যত পিয়েৰ লোটিৰ দানো কম মূল্যবান নহয়। কাৰাবাস ব্যক্তিগত অভিজ্ঞতাৰ আৰু এটা অতি সাধাৰণ নিদৰ্শন, কিন্তু ষষ্ঠ শতিকাৰ বয়েথিয়াছৰ পৰা আৰম্ভ কৰি আধুনিক যুগৰ অছ্‌কাৰ ৱাইল্ডলৈকে কাৰাবাসৰ অভিজ্ঞতাই সাহিত্যক নানা সম্ভাৰ দিছে। "মোৰ কাৰাবাস" ইটালী সাহিত্যৰ এখন প্ৰসিদ্ধ গ্ৰন্থ। ডষ্টয়েভস্কিৰ কাৰাবাসৰ বৰ্ণনা উপন্যাসৰ দৰে হৃদয়গ্ৰাহী।

জ্ঞান, বিদ্যা, ধৰ্ম্ম, দৰ্শন, বুৰঞ্জী, ব্যক্তি, সমাজ—সকলো অভিজ্ঞতাকে কল্পনাৰ অধীন কৰি লৈ মহাকবি দান্তেই তেওঁৰ অমৰ কাব্য লিখিছিল। তিৰোতাৰ সাজৰ পৰা দাৰ্শনিক চিন্তালৈকে মধ্যযুগৰ এনে কোনো অভিজ্ঞতা নাই যি দান্তেৰ কল্পনাৰ পৰশ পাই অভিনৱ ৰূপ লোৱা নাই। দান্তেৰ বিশ্বকোষতুল্য মহাকাব্যত বিবিধ জীৱন-অভিজ্ঞতাৰ যি অপূৰ্ব্ব সমন্বয় পোৱা যায় বিশ্ব-সাহিত্যত তাৰ তুলনা নাই।

অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হলেও সাহিত্য বাস্তৱত অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্ব্বাচন-কৌশল, কল্পনা আৰু ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সজুলি গঢ়ি পিটি ললেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়। মহাকবি গ্যঠেই কৈছিল যে সকলো বিষয়তে কবিত্ব আছে, উলিয়াই লব পাৰিলেই হয়। এই কথাটো যে এটা গভীৰ সত্য লুকাই আছে সেই বিষয়ে সন্দেহ নাই, প্ৰতিভাৰ অসাধ্য একো নাই। তথাপি সাহিত্যৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে সামাজিক আৰু জাতীয় অভিজ্ঞতা, গোটেই জীৱন-অভিজ্ঞতা ব্যাপক, বিস্তীৰ্ণ আৰু বৈচিত্ৰ্যপূৰ্ণ হলেহে আহল-বহল সাহিত্যৰ সৃষ্টি আৰু বিকাশ হয়। আমাৰ সাহিত্যৰ উন্নতিও যে অকল লেখকসকলৰ ব্যক্তিগত সাধনাৰ ওপৰতে নিৰ্ভৰ কৰিছে এনে নহয়, আমাৰ সমাজো শিক্ষা-দীক্ষা, শ্ৰম,

শিল্প, আৰ্থিক প্ৰগতি—সকলো বিষয়তে আগ বাঢ়ি সাহিত্যৰ যোগান ধৰিব পৰা হ'ব লাগিব। সাহিত্য আৰু সমাজ এটা ঘনিষ্ঠ সমন্ধত পৰস্পৰ সংশ্লিষ্ট হৈ আছে। সাহিত্যহীন সমাজ পঙ্গু আৰু বৰ্ব্বৰ আৰু সমাজৰ লগত সম্পৰ্ক নথকা সাহিত্য ক্ষীণ আৰু দুৰ্ব্বল।

উচ্চ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত জীৱন-ব্যাপী সাধনা নহ'লে ওখ খাপৰ সাহিত্যৰ সৃষ্টি হোৱা টান। আমাৰ মাজত ব্যক্তিগত সাধনাৰ অভাৱ অকল সাহিত্যতে নহয় জীৱনৰ সকলো ক্ষেত্ৰতে দেখা যায়। সাহিত্যৰ ক্ষেত্ৰত ইয়াৰ ফল অতি শোচনীয় হৈছে। অলপ মন কৰিলেই দেখা যায় যে আমাৰ প্ৰায়বিলাক লেখকেই তৰুণ অথবা প্ৰায়বিলাক ৰচনা লেখকসকলৰ তৰুণ অৱস্থাত লিখা। তৰুণৰ সাহিত্যসেৱা অতি প্ৰশংসনীয় আৰু প্ৰয়োজনীয়, কিন্তু যি বয়সত মানুহৰ চিন্তা পুৰঠ হয় আৰু অভিজ্ঞতা দ হয় তাৰ আগতে সাহিত্য-সেৱাৰ ওৰ পৰিলে সাহিত্য তৰাং আৰু অপেণত হোৱাটো স্বাভাৱিক। আনৰ কথা নকওঁ আমাৰ তৰুণ লিখাকসকলে চুটি গল্প লিখাত বেছি সময় নষ্ট নকৰি নানা প্ৰকাৰৰ জ্ঞান আহৰণ কৰি সাহিত্যত যোগালে বেছি লাভ হ'ব। অৱশ্যে চুটি গল্পও আধুনিক সাহিত্যৰ এটা প্ৰধান অঙ্গ, কিন্তু ইয়াৰ কাৰণেও সূক্ষ্ম কলা আৰু বিশ্লেষণ শক্তিৰ আৱশ্যক।

ৰংঘৰৰ উন্নতিৰ লগত সাহিত্যৰ উন্নতি জড়িত হৈ আছে। আমোদ-প্ৰমোদৰ বিষয়তো আমাৰ উৎসাহ আৰু নেবা-নেপেৰা সাধনাৰ অভাৱ হ'লে অতি দুখৰ কথা হ'ব। সকলো দেশতে ৰংঘৰে নাট্যসাহিত্য জীয়াই ৰাখিছে আৰু ছেক্‌ছ্‌পীয়েৰৰ পৰা ইবছেনলৈকে প্ৰায়বিলাক ডাঙৰ নাট্যকাৰৰে ৰংঘৰৰ লগত ঘনিষ্ঠ সম্বন্ধ দেখা যায়। মস্কোৰ আৰ্ট থিয়েটাৰ স্থাপিত নোহোৱা হ'লে কছ সাহিত্যই চেখভক নাট্যকাৰৰূপে নাপালেহেঁতেন। অনেক সময়ত অভিনেতাসকলেও নিজে নাটক লিখি সাহিত্যৰ সেৱা কৰিছে। ওঠৰ শতিকাৰ শেহভাগত বিখ্যাত জাৰ্ম্মাণ অভিনেতা ছ্ৰ'ডাৰ আৰু ইফ্‌লাণ্ডে ৰীতিমতে নাটক লিখি জাৰ্ম্মাণ নাট্যসাহিত্যক সবল কৰাত সহায় কৰিছিল। বঙ্গালী নাট্যসাহিত্য অভি নেতাসকলৰ ৰচনাৰ ওচৰত

কম ঋণী নহয়। নাটক লিখিবলৈ লগেই যে ছেক্স্পীয়েৰ বা দ্বিজেন্দ্ৰ হব লাগে তাৰ কোনো মানে নাই। আমাৰ দেশত ৰংঘৰ আৰু নাট্য-কলাৰ সেৱা যিমানেই বাচে সিমানেই আমাৰ সাহিত্যৰ লাভ হব সেই বিষয়ে সন্দেহ নাই। "জয়মতী", "শোণিতকুঁৱৰী" আদি নাট ৰেকৰ্ডত দিয়াৰ পৰাও আমাৰ সাহিত্যৰ লাভ হৈছে আৰু ভাষাৰ মৰ্য্যাদা বাঢ়িছে। অসমত এটা স্থায়ী ৰংঘৰ থকা হলে আমাৰ নাট্যসাহিত্যৰ বহুত উন্নতি হলহেঁতেন। সকলো দেশতে স্থায়ী ৰংঘৰৰ পৰা হে নাট্যসাহিত্যৰ পুষ্টি সাধন হৈছে। এই বিষয়ে অনেকৰ উৎসাহ থাকিলেও সামাজিক আৰু আৰ্থিক কাৰণত স্থায়ী ৰংঘৰ অসমত চলিব বুলি বোধ নহয়। সামাজিক অভিব্যক্তিৰ লগত সাহিত্য আৰু কলাচৰ্চ্চাৰ কিমান ঘনিষ্ঠ সম্বন্ধ তাকো এনেকুৱাবিলাক কথাৰ পৰাই স্পষ্টকৈ বুজা যায়।

পুৰণি অসমীয়া সাহিত্যৰ বিষয়ে প্ৰকৃত গৱেষণা একো হোৱা নাই বুলিব লাগে। পুৰণি সাহিত্যৰ প্ৰসিদ্ধ গ্ৰন্থবিলাকৰ বৈজ্ঞানিক প্ৰণালীৰে পৰীক্ষামূলক সংস্কৰণ প্ৰকাশ কৰা হোৱা নাই। মাধৱকন্দলিৰ ৰামায়ণৰ ছপা কিতাপ আজিকালি পাবলৈ নাই। সংস্কৃত ৰামায়ণৰ পাঠনিৰ্ণয় আৰু বুৰঞ্জী আলোচনা কৰিবৰ কাৰণে এই প্ৰাচীন অসমীয়া ৰামায়ণৰ সহায় আৱশ্যক হব। আমাৰ বিশ্বাস এই প্ৰাচীন গ্ৰন্থখন উলিয়াব পাৰিলে অসমৰ বাহিৰত পুৰণি অসমীয়া সাহিত্যৰ অন্যান্য গ্ৰন্থতকৈ ইয়াৰ সমাদৰ বেছি হব। অসম সাহিত্য সভাই এনেবিলাক কাম হাতত লব পাৰিলে সৌভাগ্যৰ কথা হব। বৰ্ত্তমান সময়ত অসমৰ বাহিৰে ভাৰতৰ প্ৰায়বিলাক প্ৰদেশতে শৃঙ্খলাবদ্ধ গৱেষণাৰ এটা আন্দোলন চলিছে। যোৱা পোন্ধৰ-কুৰি বছৰৰ ভিতৰত ভাৰতত সংস্কৃত সাহিত্য আৰু ভাৰতীয় সভ্যতাৰ বিষয়ে গৱেষণা ইমান বাঢ়িছে যে এইবিলাক আলো-চনাৰ কেন্দ্ৰ ইউৰোপৰ পৰা ভাৰতলৈ উঠি আহিছে বুলিলে অত্যুক্তি নহব। এই গৱেষণাৰ ধাৰাৰ পৰা অসম বাহিৰ হৈ থাকিলে আমাৰ জাতীয় মৰ্য্যাদা ক্ষুণ্ণ হব। এই সন্ধিক্ষণত অধ্যাপক ভূঞা, ডক্টৰ ইছলাম বৰা আৰু ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াই অসম বুৰঞ্জী আলোচনাৰ যি সূত্ৰপাত কৰিছে তাৰ ভৱিষ্যত সফল হব বুলি সকলোৱে

আশা কৰে। ৰায় বাহাদুৰ ডাঙৰীয়াই "অসম গৱেষণা সমিতিৰ পত্ৰিকা" নাম দি ইংৰাজী ভাষাত যিখন আলোচনী উলিয়াইছে অসমৰ কাৰণে সি এটা সম্পূৰ্ণ নতুন উদ্যম আৰু তাত অসমৰ বুৰঞ্জী সম্পৰ্কে অনেক নতুন কথা ওলাব লাগিছে। ডক্টৰ বাণীকান্ত কাকতী ডাঙৰীয়াৰ ভাষানিবন্ধখনি ছপা হৈ ওলালে অসমীয়া ভাষাতত্ত্বৰ মূল সূত্ৰবিলাক পৰিষ্কাৰ হৈ উঠিব; অসমৰ বুৰঞ্জী, ভাষা আৰু সাহিত্যৰ কাৰণে এখন নতুন গৱেষণাক্ষেত্ৰ লাহে লাহে মুকলি হব ধৰিছে। তৰুণসকলে ইচ্ছা আৰু পৰিশ্ৰম কৰিলে এই ক্ষেত্ৰত প্ৰতিপত্তি লাভ কৰিব পাৰে।

আমাৰ পুৰণি ভাষা, সাহিত্য আৰু কৃষ্টি বিষয়ক গৱেষণাৰ সুচলাৰ্থে সকলোৱে এটা স্বকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা অনুভৱ কৰিছে। এই গুৱাহাটী নগৰতে যদি অসমীয়াৰ পৰিচালনাত এটা বিশ্ববিদ্যালয় স্থাপিত হয় তেন্তে এই উদ্দেশ্য সিদ্ধি হব তাত সংশয় নাই। কিন্তু শ্বিলং পাহাৰৰ ওপৰত এটা চৰ্কাৰী বিশ্ববিদ্যালয় হলে অসমীয়া ভাষা আৰু কৃষ্টিৰ প্ৰাধান্য কিমান দূৰ থাকিব সেই বিষয়ে সন্দেহ আছে। বিশ্ব-বিদ্যালয়ৰ কাৰণে আন্দোলন কৰোতে এই কথাটো মনত ৰাখিলে ভাল হয়। নহলে হিতে বিপৰীত হোৱাৰ আশঙ্কা আছে। আনপক্ষে কলিকতা বিশ্ববিদ্যালয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে একো নকৰা নহয়। স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই সংকলন কৰা অসমীয়া সাহিত্যৰচানেকী বুলি যিখন সংগ্ৰহগ্ৰন্থ বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিছে সেইখন অসম সাহিত্য সভাই প্ৰকাশ কৰা হলে সভাৰ পক্ষে গৌৰৱৰ কথা হলহেঁতেন। শুনা যায় যে স্বৰ্গীয় ভোলানাথ বৰুৱা ডাঙৰীয়াই এই গ্ৰন্থ প্ৰকাশ কৰিবৰ কাৰণে বিশ্ব-বিদ্যলয়ক দহ হেজাৰ টকাৰ দানৰ প্ৰতিশ্ৰুতি দিছিল, কিন্তু বিশ্ববিদ্যালয়ে এই দানৰ দুহেজাৰ টকাহে পালে, বাকী খৰচ বোলে নিজেই বহন কৰিছে। বৰুৱা ডাঙৰীয়াৰ উত্তৰাধিকাৰীসকলৰ পৰা বাকী টকা পালে বিশ্ববিদ্যালয়ে এনে কাম আৰু হাতত লব পাৰে। অলপতে অধ্যাপক অম্বিকা নাথ বৰাৰ দ্বাৰা সম্পাদিত "ৰুক্মিণীহৰণো" বিশ্ববিদ্যালয়ে নিজ খৰচত উলিয়াইছে। বি-এ পৰীক্ষাত অসমীয়া ভাষা প্ৰধান বিষয়

ৰূপে লবৰ কাৰণেও বিশ্ববিদ্যালয়ে এটা প্ৰস্তাৱ বিবেচনাধীন কৰি ৰাখিছে। এম্-এ পৰীক্ষাতো অসমীয়া ভাষা প্ৰধান ভাষা ৰূপে দিয়াত বিশ্ববিদ্যালয়ে আপত্তি কৰা নাই, কেৱল অধ্যাপক নিযুক্ত কৰিবৰ কাৰণে অসম চৰ্কাৰৰ পৰা আৰ্থিক সাহায্য বিচাৰিছে। অসম চৰ্কাৰে এই সাহায্য দিলেই অসমীয়া ভাষাই এম-এ ত প্ৰধান ভাষাৰ আসন পাব বুলি শুনা যায়। ব্যৱস্থা-পৰিষদৰ অসমীয়া সভ্যসকলে এই বিষয়ে টানি ধৰিলে কাৰ্য্যসিদ্ধি হোৱাৰ আশা আছে। এম্-এ ত অসমীয়া ভাষা প্ৰধান ভাষাৰ শাৰীলৈ উঠিলে আমাৰ ভাষাৰ মৰ্য্যাদা বাঢ়িব আৰু সাহিত্যই উদগনি পাব।

সৰ্বশেষত যিসকলে নীৰবে অসমীয়া ভাষা আৰু সাহিত্যৰ সেৱা কৰিছে তেখেতসকলৰ প্ৰতি অশেষ শ্ৰদ্ধা জনাই আজি এই উৎসাহমণ্ডিত আৰু আশানন্দিত শুভ দিনত এই মহা সভাৰ কাৰ্য্য উদ্বোধন কৰিবৰ কাৰণে আপোনালোকক আহ্বান কৰিলোঁ। হিন্দু, মুছলমান, খৃষ্টান, পাৰ্ব্বত্য, পমুৱা সকলোৱে যেন আমাৰ ভাষা আৰু সাহিত্যৰ সন্মান ৰাখে এয়ে আমাৰ সকলোৰে ঐকান্তিক ইচ্ছা। অসমীয়া সাহিত্যৰ বিশেষ একো সেৱা নকৰা স্বত্বেও কি উদ্দেশ্যে অৰ্ভ্যৰ্থনা সমিতি আৰু শাখা-সভা সমূহে মোক ইয়ালৈ মাতি আনিছে কব নোৱাৰোঁ, কিন্তু আপোনাসকলৰ আগত এই খিনি কথাকে কবৰ সুবিধা দিয়া বাবে তেখেতসকলৰ ওচৰত শ্ৰদ্ধা আৰু আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

---

পৰিশিষ্ট—৮

# সন্দিকৈৰ পত্ৰ লেখা

( ১ )

Jorhat
31.10.69

শ্ৰীমানেষু,

তোমাৰ চিঠি পাইছো। তুমি নৱেম্বৰ মাহত নাহি ডিচেম্বৰ মাহৰ শেহ ভাগত আহিবা। তেতিয়া কিছুমান সজুলি আৰু দুখন এখন ফটো পাবা। এইবাৰ সংগ্ৰহ অলপ আগবাঢ়িব।

আশা কৰো তোমাৰ মঙ্গল। মোৰ গা ভালে আছে।

ইতি

শুভাকাঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ২ )

যোৰহাট

৩।৪।৭০

শ্ৰীমানেষু,

তোমাৰ চিঠি পাইছো। তুমি এই মাহৰ শেহ ভাগত আহিবা। আগতে জানিবলৈ দিবা।

শ্ৰীযুত লক্ষ্মীনাথ ফুকনে "মাহাত্মাজীৰ পৰা ৰূপকোঁৱৰলৈকে" নামদি এখন আত্মজীৱনচৰিত লিখিছে বুলি শুনিছো। তাত বোলে মোৰ ল'ৰা কালৰ দুই এটা কথা আছে। তুমি পাৰিলে কিতাপখন সংগ্ৰহ কৰিবা।

ইতি

শুভাকাঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৩ )

যোৰহাট

১০।৫।৭০

শ্ৰীমানেষু,

তুমি এইবাৰ ইয়ালৈ আহোঁতে বেজবৰুৱা কোন চনত চুকাইছিল জানি আহিবা। ফুকনৰ পৰা উত্তৰ পালে মোক জানিবলৈ দিবা।

সম্প্ৰতি মোৰ ভাল।

ইতি

শুভাকাঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৪ )

যোৰহাট

৩০।৮।৭০

শ্ৰীমানেষু,

তোমাৰ চিঠি পাইছো। সম্প্ৰতি মই বৰ ব্যস্ত আছো। নৱেম্বৰ মাহৰ মাজ ভাগত আহিলেহে সুবিধা হ'ব। মই নিজেই তোমাক ভেটিয়া জানিবলৈ দিম। ২।৩ দিনমান বহিব লাগিব।

শ্ৰীঅজিতকুমাৰ শৰ্মাই লিখা এটা জীৱনীমূলক প্ৰবন্ধ তুমি দেখিছানে নাই ক'ব নোৱাৰো, তাতো গোটাদিয়েক কথা পাবা, তুমি দেখা নাই যদি প্ৰবন্ধটো সেই সময়ত মই দিব পাৰিম।

সম্প্ৰতি মোৰ গা ভালে আছে আৰু মোৰ সকলো কাম ভালদৰে চলিছে। আশা কৰো তোমাৰ মঙ্গল।

ইতি

তোমাৰ

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৫ )

যোৰহাট

১২।৪।৭১

শ্ৰীমানেষু

তোমাৰ চিঠি পাই সুখী হ'লো। তুমি ১৭ তাৰিখে এবাৰ বহাৰ আগে আগে আহিলে সুবিধা হ'ব। মই সম্প্ৰতি কামত ব্যস্ত আছো।

আশা কৰো তোমাৰ মঙ্গল। মোৰ গা সম্প্ৰতি ভালে আছে।

ইতি

শুভাকাঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৬ )

যোৰহাট

১৫।১০।৭১

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো।

মই সম্প্ৰতি বৰ ব্যস্ত আছো। মোৰ কাম অন্ত কৰিব পৰা নাই। মই নবেম্বৰ বা ডিচেম্বৰ মাহত অলপ সময় উলিয়াই তোমাক জানিবলৈ দিম।

আশাকৰো তোমাৰ মঙ্গল।

ইতি

শুভাকাঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

পুঃ তুমি ১৮ তাৰিখে নাহিলেও হ'ব। সময়টো মোৰ কাৰণে সুবিধাজনক নহয়।

( ৭ )

যোৰহাট

১১।১২।৭১

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো। মই বৰ ব্যস্ত আছো, তথাপি আগয়ে কোৱা মতে ২৬, ২৭ আৰু ২৮ ডিচেম্বৰত আহিব পাৰিবা। নতুন কথা ভালেমান যোগ দিব লাগিব। এবাৰ বজাৰ অলপ আগতে আহিবা।

মোৰ কাম অন্ত হওঁতে পলম হ'ব। Prakrit Text Society এ মূল প্ৰাকৃত সেতুবন্ধখন বেলেগকৈ উলিয়াব খুজিছে। সেইখনো মই সংশোধন কৰি দিব লাগিব। এই কাম অন্ত নহয়মানে মই আন কামলৈ মন দিব নোৱাৰিম।

ইতি

শুভাকোঙ্ক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৮ )

যোৰহাট

১৪।২।৭২

শ্ৰীমানেষু

তোমাৰ চিঠি পাই সুখী হলো। তুমি ২৬ আৰু ২৭ তাৰিখে এবাৰ বজাৰ

আগে আগে আহিবা। এই বেলি মোৰ কৰলগীয়া কথা বেছি নাই। মোৰ সম্প্ৰতি গা ভাল।

ইতি

শুভাকাংক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ৯ )

যোৰহাট

৩।৪।৭২

শ্ৰীমানেষু

তোমাৰ চিঠি পাই সুখী হ'লো। তুমি এই মাহৰ ১৫ আৰু ১৬ তাৰিখে আহিব পাৰিবা। এবাৰ বজাৰ অলপ আগতে আহিবা। এইবাৰ মোৰ কৰলৈ একো নাই। নতুনকৈ কোৱা কথাখিনি সম্পূৰ্ণ কৰি আনিবা। আগতে সেইখিনি শুনিব লাগিব।

ইতি

শুভাকাংক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১০ )

যোৰহাট

২০।৬।৭২

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো। এতিয়া গৰমকালি সুবিধা নহ'ব। অক্টোবৰ মাহত খবৰ কৰিবা। আশা কৰো তোমাৰ গা এতিয়া সম্পূৰ্ণ ভাল। তুমি যোৱা দিনা মই খবৰ কৰাইছিলো।

মোৰ গা ভাল। কাম চলিছে। অহা বছৰ এপ্ৰিল মে মাহতহে অন্ত হ'ব পাৰে।

ইতি

শুভাকাংক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১১ )

জোৰহাট
৩০।৯।৭২

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো। মোৰ এতিয়া কামৰ বৰ ভিৰ। স্বাস্থ্যাবো অলপ অবনতি হৈছে। মই আন এটা কথা ভাবিছো। অহা বছৰ মে জুন মাহত মোৰ বৰ্ত্তমানৰ কাম সম্পূৰ্ণ শেষ হব বুলি আশা কৰো, যদি গা সম্পূৰ্ণ ভালে থাকে। তেতিয়া মই তুমি লিখি যোৱা অংশখিনি পঢ়ি চাম। তাৰ পাছত যোগ বিয়োগ কি কৰিব লাগে কব পাৰিম। বৰ্ত্তমান প্ৰণালীতকৈ এই প্ৰণালী মোৰ কাৰণে বেছি সুবিধাজনক হব।

আশাকৰো তোমাৰ মঙ্গল।

ইতি
শুভাকাঙ্খী
শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১২ )

জোৰহাট
১৯।১২।৭২

শ্ৰীমানেষু

তোমাৰ চিঠি পাই বেজাৰ পালো। আশাকৰো তোমালোকে আঘাত বেছি পোৱা নাই। সাৱধানে থকিবা। ঈশ্বৰে মঙ্গল কৰিব।

মোৰ কাম লাহে লাহে চলিছে। ভূঞাৰ কথাটো পাছত কেতিয়াবা কলেও হব। ফটোৰ নকল এতিয়াও পোৱা নাই। বোধকৰো তেওঁবিলাক জয়ন্তী হৈ যোৱাৰ পাছতহে দিব।

ডাক্তৰৰ উপদেশ লৈ থকিবা। আশাকৰো তোমালোকৰ এতিয়া সম্পূৰ্ণ মঙ্গল। মোৰ গা সম্প্ৰতি ভালে আছে।

ইতি
শুভাকাঙ্খী
স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১৩ )

জোৰহাট

২৩।৫।৭৩

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো। ৩১ তাৰিখে ১০-৩০ বজাত আহিলে সুবিধা হব। মই এতিয়া বৰ ব্যস্ত। আন কথা লিখিবৰ সময় নহব। এ বাৰে লগ পাম।

আশাকৰো তোমাৰ মঙ্গল। মোৰ এক প্ৰকাৰ ভাল।

ইতি

মঙ্গলাকাংক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১৪ )

জোৰহাট

৩।১১।৭১

শ্ৰীমানেষু,

তোমাৰ চিঠি পাইছো। তুমি এই মাহৰ ১০ তাৰিখে এঘাৰ বজাৰ অলপ আগতে আহিব পাৰিবা। কাম কিন্তু একো নহব। মোৰ কিছু দিনৰ আগতে কেইবা দিনো মূৰ ঘূৰণি হৈছিল। বেছি কথা পতা সম্পূৰ্ণ বন্ধ কৰিব লগীয়া হৈছে। পঢ়া শুনাত একো ব্যাঘাত হোৱা নাই। কিন্তু অসুখৰ কাৰণে কাম অলপ পাছ পৰিছে। সেতুবন্ধৰ প্ৰায় ৫০০ পিঠি এতিয়ালৈকে ছপা হৈছে আৰু দুশ পিঠিমান বাকী আছে। মই আশা কৰো ১৯৭৪ চনৰ জুন মাহৰ পাছত সম্ভৱতঃ মোৰ সকলো কাম অন্ত হব। তেতিয়াহে আন কামলৈ চকু দিব পাৰিম। ইয়াৰ অন্যথা কৰা সম্পূৰ্ণ অসম্ভৱ। স্বাস্থ্যৰ হেতুকে মোৰ কাম কৰা সময় ভালেখিনি কমাব লগা হৈছে।

আশাকৰো তোমাৰ মঙ্গল আৰু তোমাৰ মনৰ কামনা আশানুৰূপ সফল হব। মোৰ বৰ্তমান গা এক প্ৰকাৰ ভালেই আছে।

ইতি

শুভাকাংক্ষী

স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১৫ )

জোৰহাট
১৮।১২।৭৩

শ্ৰীমানেষু

তোমাৰ চিঠি পাইছো। তুমি জানুৱাৰীৰ এক তাৰিখৰ পুৱা ১০-৩০ বজাত আহিবা। মোৰ গা বৰ ভাল নহয়। পাণ্ডুলিপিটো লৈ আহিবা।

আশাকৰো তোমালোকৰ মঙ্গল।

ইতি
শুভাকাঙ্ক্ষী
স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১৬ )

Jorhat
25.1 74

শ্ৰীমানেষু

তুমি ৩ ফেব্ৰুৱাৰী দেওবাৰে আহিব পাৰিবা। পাণ্ডুলিপিটো আনিব পাৰা, কিন্তু বিশেষ কাম নহব। মনোযোগ দি শুনাত মোৰ অলপ কষ্ট হয়। মই লাহে লাহে নিজে পঢ়িব পাৰিলেহে কাম দিব।

আশাকৰো তোমালোকৰ মঙ্গল।

ইতি
শুভাকাঙ্ক্ষী
স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১৭ )

যোৰহাট
৫।২।৭৪

শ্ৰীমানেষু

তোমাক দিয়া মোৰ বং যোৰা ফটোখন ভাল কৰাব নালাগে। তাৰ লগৰ ভাল ফটো এখন ইয়াতে পালো। এইবাৰ আহিলে লৈ যাবা।

যশস্তিলকৰ দ্বিতীয় সংস্কৰণটো তুমি দেখিছা নে নাই জনাবা। তাত Dr. A. N. Upadhye আৰু জবলপুৰ বিশ্ববিদ্যালয়ৰ প্ৰাকৃতৰ অধ্যাপক স্বৰ্গীয় Dr. Hiralal Jain-এ লিখা মোৰ বিষয়ে এটা দীঘলীয়া টোকা আছে।

ইতি
শুভাকাঙ্ক্ষী
স্বাঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

( ১০ )

যোৰহাট
৯।৩।৭৪

শ্ৰীমানেষু

ফটোবিলাক পালোঁ। ওপৰৰ লাইব্ৰেৰীৰ ছবি আৰু দুটামান থকা আৱশ্যক। এতিয়া কম হৈছে যেন লাগে।

তুমি সুবিধা কৰিব পাৰিলে এই মাহৰ শেষ ভাগত দুদিনৰ কাৰণে আহিব পাৰিবা। নৈষধ চৰিতৰ বিষয়ে আৰু দুটামান কথা আছে। তদুপৰি কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ বিষয়ে যি লিখিছিলোঁ তাৰ ভিতৰত পণ্ডিত সীতাৰাম শাস্ত্ৰীৰ কথা ক'ত আছে চাই আহিবা। তেওঁৰ বিষয়ে আৰু দুটামান কথা কব লাগিব।

ইতি
শুভাকাংক্ষী
ড: শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

## পৰিশিষ্ট—১

## সংক্ষেপতে শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ জীৱনৰ উল্লেখযোগ্য কথাকেইটামান

শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ জন্ম—১৮৯৮ চনৰ ২০ জুলাই—বুধবাৰ, দ্বিতীয়া শুক্লপক্ষত। জন্মস্থান—যোৰহাট

পিতা—ৰাধাকান্ত সন্দিকৈ।

মাতা—নাৰায়ণী সন্দিকৈ।

মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰে—যোৰহাট চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ পৰা—১৯১৩ চনত।

আই-এ পাছ কৰে—গুৱাহাটী কটন কলেজৰ পৰা—১৯১৫ চনত।

সংস্কৃতত অনাৰ্চ লৈ বি-এ পাছ কৰে কলিকতাৰ সংস্কৃত কলেজৰ পৰা—১৯১৭ চনত।

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতৰ বৈদিক শাখাত এম-এ পাছ কৰে—১৯১৯ চনত।

ইউৰোপ যাত্ৰা—১৯২০ চনত

লণ্ডনত থাকে—১৯২০ চনত।

অক্স্ফৰ্ড বিশ্ব বিদ্যালয়ৰ পৰা মডাৰ্ণ হিষ্ট্ৰীত এম-এ উপাধি লাভ কৰে—১০২৩ চনত।

ইংলেণ্ডত তিনি বছৰ থকাৰ পিচত চাৰি বছৰ কাল ফ্ৰান্স আৰু জাৰ্মানিত কটায়—বিভিন্ন ভাষা আৰু সাহিত্য অধ্যয়ন কৰি।

১৯২৭ চনৰ ফেব্ৰুৱাৰী মাহত ইউৰোপৰ পৰা ঘুৰি আহে।

১৯২৮ চনৰ ফেব্ৰুৱাৰী মাহত হেমলতা সন্দিকৈ আইদেওক বিয়া কৰায়।

১৯২৯ চনত অসম ছাত্ৰ সন্মিলনৰ সভাপতি হয়।

১৯৩০ চনৰ পৰা ১৯৪৭ চনলৈকে যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ।

১৯৩৪ চনত প্ৰকাশ হয়—নৈষধ চৰিত। ✓

১৯৩৭ চনত অসম সাহিত্য সভাৰ সভাপতি (গুৱাহাটী অধিবেশন।) হয়।

১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য।

১৯৪৯ চনত প্ৰকাশক হয়—যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি ( Yasastilaka & Indian culture )

১৯৫১ চনত লক্ষ্ণৌত বহা সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ প্ৰাচীন সংস্কৃত শাখাৰ সভাপতি হয়।

১৯৫২ চনত—Inter University Board of India ৰ (ভাৰত আন্তঃ বিশ্ববিদ্যালয় সমিতি) সভাপতি নিৰ্বাচিত হয়।

১৯৫২ চনত—মাদ্ৰাজ বিশ্ববিদ্যালয়ত বহা Inter University বৰ্ডৰ বিশেষ সভাত পৌৰোহিত্য কৰে। এই সভাতে ইউ, জি, চি ( বিশ্ববিদ্যালয় অনুদান আয়োগ ) গঠন কৰিবৰ কাৰণে ভাৰত চৰ্কাৰক অনুৰোধ কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

১৯৫৫ চনত—ভাৰত চৰ্কাৰে 'পদ্মশ্ৰী' উপাধি প্ৰদান কৰে।

১৯৫৮ চনৰ পৰা 'সেতুবন্ধ' লিখাৰ প্ৰস্তুতি। ১৯৭৪ চনৰ লগে লগে লিখা সম্পূৰ্ণ হয়।

১৯৬১ চনৰ ২০ জুলাইত পত্নী বিয়োগ হয়।

১৯৬৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ক এখাৰটা ভাষাৰ পুথি থকা ব্যক্তিগত পুথি-ভঁৰাল মৃত্যুৰ পিচত দান দিয়াৰ চুক্তি সম্পন্ন হয়।

১৯৬৭ চনত ভাৰত চৰকাৰে 'পদ্মভূষণ' উপাধি প্ৰদান কৰে।

১৯৬৮ চনত ডেক্কান কলেজে Honorary Fellowship [সন্মানিত সদস্যপদ] প্ৰদান কৰে।

১৯৬৮ চনতে গুৱাহাটীবিশ্ববিদ্যালয়ে 'ডি-লিট' উপাধি প্ৰদান কৰে।

১৯৭২ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ে 'ডি-লিট' উপাধি প্ৰদান কৰে।

১৯৭৫ চনৰ আৰম্ভণিলৈকে ইংৰাজী আৰু অসমীয়াত লিখা প্ৰবন্ধৰ সংখ্যা প্ৰায় ৩০ টা।

সন্দিকৈ ডাঙৰীয়াই অসমীয়া আৰু বঙালী বাদ দি পৃথিৱীৰ ১১ টা ভাষা জানে।

---

[এই পুথিখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰাত সহায় কৰিলে খোৱাং বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ কাৰ্য্যালয়-সহায়ক শ্ৰীনন্দ ফুকনে আৰু মৰাণ কলেজৰ ছাত্ৰী মৰমৰ ইলিয়ানা বেগমে। দুয়োলৈকে আন্তৰিকভাৱে ধন্যবাদ জনালো।
—ছাত্তাৰ]

